# অমৃতৰ সন্তান



ভূপেন শৰ্মা

চন্দ্ৰ প্ৰকাশ

পাণবজাৰ, গুৱাহাটী-১

'**Amritor Santan**' : A novel in Assamese written by Dr. Bhupen Sarma and published by Shri Rajendra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati- 781001

---

প্ৰকাশক : শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী- ১
দূৰভাষ : ২৫১১৯৪৬

প্ৰথম প্ৰকাশ : ২০০৫ চন
দ্বিতীয় প্ৰকাশ : ২০০৭ চন

মূল্য : ১২০.০০ টকা

বেটুপাত : ত্ৰৈলোক্য দত্ত

ডি.টি.পি. : ষ্টেণ্ডাৰ্ড ইম্‌প্ৰেচনচ্
কালিপুৰ, গুৱাহাটী-৯

ছপা : আৰ্ট প্ৰিণ্টাৰ্ছ
গুৱাহাটী

## ক'ব খোজা কথা

'অমৃতৰ সন্তান' উপন্যাসখন '৭৮ চন মানতেই লিখিছিলো। ইতিমধ্যে চাবিৃছটা বছৰ পাৰ হৈ গৈছে। অথচ সি গ্রন্থৰ ৰূপ পৰিগ্ৰহণ কৰা নাছিল। নানান কাৰণত এই উপন্যাসখনৰ প্ৰতি মোৰ এটা অহেতুকী দুৰ্বলতা আছিল, আনকি অস্বস্তিবোধো : বোধহয় আগ বয়সৰ অপৈণত ৰচনা কাৰণেই। তেতিয়া বিশ্ববিদ্যালয়ৰ শেষ ঢাপটো পাৰ হৈ কলিকতাত (আজিৰ ক'লকাতা) আকৌ প্রযুক্তিবিদ্যাৰ বিদ্যায়তনিক ক্ষেত্র এটাত ছাত্র-কাল এটা আৰম্ভ কৰিছিলোহে। উপন্যাস কেনেকৈ লিখিব লাগে, তাৰ ভাষা-আংগিক-পটভূমি কেনে হোৱা উচিত— এই বিষয়বোৰৰ সন্দৰ্ভত প্ৰাথমিক জ্ঞান আহৰণ কৰাৰ চেষ্টা এটাহে চলি আছিল। '৮০ চনৰ 'আমাৰ প্ৰতিনিধি' আলোচনীখনৰ বিশেষ সংখ্যাত এশ পৃষ্ঠা জুৰি ছপা হৈ ওলোৱাৰ পিছত অৱশ্যে বিভিন্ন পঢ়ুৱৈৰ চিঠি-পত্ৰ তথা মতামতৰ আধাৰত মই 'অমৃতৰ সন্তান' সন্দৰ্ভত এনে এটা ধাৰণা কৰিব পৰা হৈছিলো যে মোৰ সেই ডেকা কালৰ প্ৰচেষ্টা হয়তো তিমান ব্যৰ্থ হোৱা নাছিল।

উপন্যাসখনত আমাৰ দেশৰ স্বাধীনতা-প্ৰাপ্তিৰ পূৰ্বৰ তথা পৰৱৰ্তী কালৰ কিছু ঘটনা সামৰি লোৱা হৈছে। মোৰ জন্ম স্বাধীনতা-উত্তৰ কালত। মই যি গাঁওবোৰৰ কথা এই উপন্যাসখনত তুলি ধৰিছো, যি চৰিত্ৰসমূহ উপস্থাপন কৰিছো, সেইবোৰ সম্পূৰ্ণ বাস্তৱবৰ্জিত নহয়। কল্পনাৰ সমাৱেশ কিছুতো থাকিবই। অৱশ্যে এতিয়াও উপন্যাসত বৰ্ণিত সমস্যাবোৰ আমাৰ গাঁৱলীয়া সমাজত আংশিকভাৱে হ'লেও বৰ্তি থকা যেনেই দেখা পাও।

প্ৰায় ডেৰ কুৰি বছৰ আগত মোৰ ৰচনাশক্তিৰ নিঃসন্দেহে বহু সীমাবদ্ধতা আৰু ত্ৰুটি আছিল নিশ্চয়। তথাপি মই এই উপন্যাসখনৰ কোনো অংশতেই হাত ফুৰোৱা নাই, সামান্য অদল-বদলো কৰা নাই। সহৃদয় পঢ়ুৱৈয়ে তেনে এক দৃষ্টিভংগীৰে এই উপন্যাসখন গ্ৰহণ কৰিলে পৰম সন্তোষ লাভ কৰিম।

ভূপেন শৰ্মা

১ জানুৱাৰী, ২০০৫

।।উৎসৰ্গ।।

যি গৰাকী লেখকক মই অসামান্য প্ৰতিভাৰ গৰাকী বুলি ভাবো আৰু যিয়ে জীৱনৰ অতি অকৰুন্তুদ আঘাত-অন্তৰ্ঘাত হেলাৰঙে উপেক্ষা কৰিও কোনো খ্যাতি নিবিচাৰি লেখনীৰ মাজেৰে আজিও বাস্তৱ আৰু সত্যৰ সন্ধান কৰি আহিছে, সেই

কু মু দ  গো স্বা মী

আৰু

কলেজীয়া জীৱনৰ সহপাঠী, বিশিষ্ট গ্ৰন্থ-প্ৰকাশক তথা সখ্য-সহৃদয়তাৰে মোৰ ৰচনাৰ প্ৰতি বিৰল প্ৰীতিবোধ বৰ্তাই ৰখা বন্ধু

ৰা জে ন্দ্ৰ  মো হ ন  শ ৰ্মা ৰ

কৰকমলত 'অমৃতৰ সন্তান' তুলি দিলোঁ পৰম কৃতজ্ঞচিত্তে।

ভূপেন শৰ্মা

১ জানুৱাৰী, ২০০৫

# অমৃতৰ সন্তান

প্ৰিয় পঢ়ুৱৈ,

আহক, এই উপন্যাসৰ লাহীদলনৈ আমি যাত্ৰা কৰোঁ ঃ

কাহিলি কাহিলি পুৱাতেই পাহিয়ে সাৰ পালে। চকুৰ কেচকুৰি মোহাৰি কেঁচা টোপনিৰ জাল গুচাই তাই চকু দুটা বহলকৈ মেলি দিলে। ঘৰৰ ভিতৰখন পাতল অন্ধকাৰত নিশ্চুপ হৈ শুই আছে। বেৰৰ জলঙাৰে বগা শেলুকৰ পাতল ছালৰ দৰে যি সামান্য পোহৰে ভুমুকি মাৰিছে, তাৰে আনকি কাষত নিঃপালি দি শুই থকা বাপধনকে ভালদৰে চিনি পোৱা নাযায়। উঁৱিকৰ মাচোনৰ দৰে পাহিৰ চকুৰ পঁতা দুখন নাচি উঠিল। অশুভ কিবা ঘটিব নে কি ? পাহিয়ে কথাটো টলকি চালে। আঁঠুৱাখন দাণ্ডি বাহিৰ ওলাৰ খোজোঁতেই তাই মহৰ কুনকুননি শুনিলে। মৰণ নোহোৱা কেইটাই তাৰ মানে গোটেই ৰাতি কেঁচা তেজ পিলে! তেজ পি পি পেটুলা হোৱা কাৰণেহে সিহঁত উৰিব পৰা নাই, আঁঠুৱাৰ চালত পৰি আছে। ৰাতিপুৱা বাপুকণৰ মুখখন ভেনেহলে চাব নোৱৰা হৈ পৰিব!

উপায় নাই। আঁঠুৱাৰ বেছিভাগ ঠাইয়েই ফাটি-ফিটিকি গৈছে। ৰাটি-বুটি আৰু নো কিমান দিন চলাব পাৰি ? ৰাতি কটা কাপোৰ জাপি-জুপিও নিস্তাৰ নাই, ক'ৰবাত সৰুকৈ হ'লেও লখীন্দৰক বধা মেৰমৰৰ ছিদ্ৰ থকাদি ছিদ্ৰ এটা বৈ যাব। মহ সোমাবলৈতো হাতী যোৱা পথ নালাগে! উপায় নাই, বহুবাৰ কৈ থকা সত্বেও বাপধনৰ দেউতাকে আঁঠুৱা এখনতো কিনি দিব পৰাই নাই, আনকি বৈ ল'বলৈকেও তাইক সূতা-নেতা অলপকে যোগাৰ কৰি দিব পৰা নাই। বাপধনৰ দেউতাককে বা পাহিয়ে কেনেকৈ দোষ দিব ? ঘৰ-সংসাৰৰ শত-সহস্ৰ লেঠা চম্ভালোঁতেই মানুহজনৰ কান্ধৰ ছাল গৈছে, চুলিত পক ধৰিছে। সাতজনকৈ মানুহে খাব লাগে। নিজৰ বুলিবলৈ বাৰী-বস্তিখিনিৰ বাহিৰে এডৰা কণিত মাটিও নাই; লোকৰ মাটিত আধি-ঠিকা খাই সাতজন মানুহৰ পেট-প্ৰৱৰ্তনৰ উপায় উলিওৱা কি কম কথা! তাকো খেতি হ'লেহে! যোৱা চাৰিটা বছৰত দুবাৰ চিৰাল-ফটা খৰ, দুবাৰ বানপানী আৰু এইবাৰ আহুৰ বতৰতে—

পাহিয়ে যেন এটা হো-হোৱনি শুনিবলৈ পালে। কি হ'ব পাৰে অনুমান কৰি তাইৰ দেহটো যেন কেটেলা পহুৰ কাঁইটীয়া শৰীৰৰ দৰে জিকাৰি উঠিল। ৰাতি শোৱাৰ সময়তে বাপধনৰ দেউতাকে কৈছিল— নদী বাগৰিছে। নদী মানে পাগলাদিয়া। সাইলাখ মা ছিন্নমস্তা। যোৱা দুটা বছৰে নদীৰ ভয়াবহ ৰূপ কেনে হ'ব পাৰে পাহিৰ আৰু বুজিবলৈ বাকী নাই। তাতকৈ বাৰখৰেই ভাল। ইমান অন্ততঃ নিকাৰ ভুঞ্জিব নালাগে।

বাৰীৰ পিছতেই নদী। দুদিনৰ বৰষুণতেই পানী পাৰ পৰ্যন্ত চপচপীয়া হৈ পৰিছে। বাগৰিলে পাহিহঁতৰ বাৰীৰ পিছৰ চতিয়না জোপাৰ কাষেৰেই বাগৰিব। সেইখিনি বালিয়ৰি। অলপতে মাটি খহে। তাতে ঢালু। নদীয়ে চেলু পায়। যোৱাবাৰো সেইপিনেদিয়েই হো-হোৱাই এক মুহূৰ্ততে পাগলাদিয়াই ৰণচণ্ডী মূৰ্তিৰে সোঁত লৈছিল। আধা ঘণ্টাৰ ভিতৰতে তিনিখন গাঁও একেঁকাললৈকে তল গৈছিল। কেৱল পাগলাদিয়াহে নেকি ? কানাখুন্দাৰ জানৰ পানীও পাগলাদিয়াৰ লগত মিহলি হৈ মানুহক সেইবাৰ ত্ৰিভুবন দেখুৱাই দিলে। কষ্ট সহিলে বুলি মানুহে বাৰু এই অবৰ্ণনীয় কষ্টও সহ্য কৰিব পাৰেনে ? সহন-শক্তিৰো তো এটা সীমা-পৰিসীমা আছে। দুখ-দুৰ্দশাৰ ছবিখন পাহিৰ চকুৰ আগত অৱলীলাক্ৰমে ভাঁহি উঠিল।

নাই, এনেকৈ থাকিলে নহ'ব। উঠিব লাগিল। এবাৰ তাই বাপধনলৈ চালে। তাৰ গালত হাতখন এবাৰ বুলাই পাহি বিচনাৰ পৰা নামিল। জলণ্ডাৰে পোহৰে ভুমুকি মাৰিব খুজিছে।

ক'ৰবাৰপৰা উৰি আহি ঘৰৰ চালৰ ওপৰেৰে কা-কা কৰি আকৌ ক'ৰবালৈ উৰি গ'ল এটা কাউৰী।

ৰাতিপুৱা প্ৰথম কাউৰীৰ মাত শুনি পাহি সজাগ হ'ল। কাপোৰ কানি ঠিক-ঠাক কৰি আঁঠুৱাখন খুচি দি তাই কাষৰ বিচনাখনলৈ চালে। মাজমান ৰাতিলৈকে তাইৰ আৰু বাপধনৰ দেউতাক বৈকুণ্ঠৰ টোপনি অহা নাছিল। বৈকুণ্ঠৰ মূৰটো নানা চিন্তাই খুলি খুলি খাইছে — কেঁকোৰাক পেটৰ পোৱালিয়ে খুলি খুলি যেনেকৈ খায়। সমস্যাৰ কথাকে পাতিছিল পাহিৰ লগত। কঠীয়া পাৰিবলৈ ভাল মাটি পোৱা নাই। মাজতে কিছু দিনমান টানকৈ খৰ দিলে। আহু ধান ইমান দিনে হাইঠাৰ পাখিৰ ৰঙৰ লেখীয়া সেউজবুলীয়া হৈ উঠিব লাগিছিল। কিন্তু কিবা মুগাহে হৈ আছে। পোকেও খাইছে। শাওনৰ মাজপৰ পালে। নাই পৰা কঠীয়া সিঁচিব, এতৰা মাটিৰ

ধানতো শিহ দেখা দিয়া নাই। বিধান ধানবো জোৰা মৰা নাই। মাটিৰ মালিকক বিধান ধানৰ কথা কৈছিল। থকা সত্ত্বেও একে আষাৰেই 'না' কৰি দিলে। সেই কথা পাছ কৰি যোৱা বেলি ঠিক মতে যে আধিৰ ধান দিব পৰা নাই, তাকে লৈহে একপ্ৰকাৰ কটুক্তি কৰিলে। সিদ্ধেশ্বৰ অৰ্থাৎ সিধু জেঠাই বহু সাৱধান বাণী শুনোৱাৰ অন্ততহে এইবাৰলৈ বুলি বৈকুণ্ঠক মাটি আধি খাবলৈ দিছে। কৈছে— দয়া কৰিলোঁ বুলি। এইবাৰেই শেষ, আকৌবাৰলৈ দাইল নপালে। ঘেঁটু (প্ৰকৃত নাম ঘণ্টাকৰ্ণ ভট্টাচাৰ্য) কবিৰাজে খাবলৈ দিয়া মাটি চাৰিভাগৰ তিনি ভাগকে কাঢ়িলে। এতিয়া নামত দুবিঘা আছে। তাকো বাম মাটি। শালি খেতি মুঠেও নহয় বুলিব পাৰি। আহু বিঘাত দুমোন কি তিনি মোনতকৈ বেছি নহয়। এইবাৰ এই দুবিঘাও কাঢ়ি পিয়াৰৰ লোক মজলাক চমজাই দিয়াৰ বুধি পাতি থোৱা বুলি বৈকুণ্ঠই গম পাইছে। ঘেঁটু কবিৰাজৰ লগত কি দৰে ফয়চলা কৰিব, সেই বিষয়ে অৱশ্যে বৈকুণ্ঠই বেলেগ ধৰণে ভাবি থৈ দিছে। এতিয়াৰ সমস্যা সেইটো নহয়। বাৰ বিঘা আধি মাটিত সানি-কেনেকি কোনো মতে শালি কৰ পাৰিলেই সমস্যাৰ ওৰ পৰিব— অন্ততঃ এই যাত্ৰাত। সমস্যানো কেতিয়াবা শেষ হ'বনে আৰু? সেইবোৰ কথাকে বৈকুণ্ঠই পাহিৰ লগত আলোচনা কৰিছিল। আটাইতকৈ ডাঙৰ চিন্তা হৈছে নদীখনক লৈ। নদী বাগৰিব লাগিলে ইকুলো যাব, সিকুলো ডুবিব। আহুতলী গোটেইখিনি নদীৰ কাষতে। নবা ভাঙি তাতেই শালিও কৰ লাগিব। চন পেলাই থৈ মাটিত শালি খেতি কৰি বেছি ধান পোৱাৰ আশা বৈকুণ্ঠইতে কৰিব নোৱাৰে।

যোৱাবাৰ পাগলাদিয়াই সকলো শেষ কৰি থৈ গ'ল। খেতি একপ্ৰকাৰ ভালেই হৈছিল। কোনোমতে জোৰা-তাপলি মাৰি ন-দহ মাহৰ ভাত হ'লহেঁতেন। পিছে ছমাহেই নল'ল। বাকী ছয় মাহ ধাৰ-খাৰ কৰি, ঘৈণীৰ কাণৰ গহনা বেছি আধা পেটিয়াকৈ খাই প্ৰাণটো ৰক্ষা পৰিল। ধাৰত ডিঙিলৈকে পোত গৈছে। কেতিয়া যে সুতে-মূলে শোধ কৰিব পাৰিব, ভাবিলে চিন্তাত বুকু পুৰি যায়।

সমস্যা থাকিব, দুৰ্যোগ থাকিবই, তথাপি হাত সাবটি বহি থাকিবলৈ বৈকুণ্ঠই কোনো দিনে মন কৰা নাই। চাপৰিলে কেৰ জালো আঁতৰিব? সাধ্য-সামৰ্থ্য অনুসৰি টানি-আঁজুৰি চাইছে। মাজে মাজে অৱশ্যে মনত দুখ লাগে। সমস্যাত দেহ-মন জৰ্জৰিত হয়। শিশুৰ গাৰ ধূলিৰ দৰে জাৰি-জোকাৰি লৈ বৈকুণ্ঠই কিন্তু আকৌ আকণিৰ দৰে আলি ভেটি পানীৰ সোঁত ঘূৰাবলৈ চেষ্টা কৰে।

কালি হাল বাওঁতে কোনো ফেঁহত যে শামুকৰ খোলাই ভৰি কাটিলেহুঁ নানান চেষ্টা কৰিও বৈকুণ্ঠই তেজ আৰু বাখিব নোৱাৰে। কোঁৱাৰাৰ দৰে তেজৰ সোঁত ব'বলৈ ধৰিলে। বলি দি উঠাৰ ঠিক পিছ মুহূৰ্ততে পঠাৰ ছিন্ন মস্তকৰ পৰা ছিটিকি উঠাৰ দৰে ছিটিকি উঠিছে তেজ। আঙুলিৰে সৰ্বশক্তিৰে চেপি ধৰা সত্বেও কাষেৰে বাগৰি যোৱা তেজে বোকা-পানীৰ ওপৰত এটা বিচিত্ৰ ৰং সৃষ্টি কৰিলে। কোনোমতে আলিত লেপেটা কাঢ়ি বহি তেজৰ বঙে মজাঠিৰুলীয়া কৰা পানীডোঙালৈ করুণ চাৱনিৰে চাই বৈকুণ্ঠই বাওঁহাতেৰে পাগুৰি কৰি বান্ধি বখা ফটা গামোচাৰ আগ এটা ফালি কটা অংশত মেৰিয়াই দিলে। তথাপি তেজে কানি তিয়াই পেলালে। উপায় নাই দেখি ভালেখিনি নিলগত হাল বাই থকা সদানন্দক বিভিয়ালে। সদানন্দই একান্তমনে হাল বাই আছিল— চেৰেপাৰ কামোৰ খাই হ'লেও। দুই-এবাৰত সি মূৰ ঘূৰোৱাৰ কোনো লক্ষণেই বৈকুণ্ঠই দেখা নাপালে। ইফালে দাৰুণ যন্ত্ৰণা অনুভৱ কৰিছে বৈকুণ্ঠই। ক'ৰতো নোৱাৰি— শামুকৰ খোলা ভিতৰত ভাগি বৈ যাবও পাৰে। তাৰ কি কৰিব কি নকৰিব লাগিল। কটা মাখি আৰু ডাঁহৰ কামোৰত ৰ'ব নোৱাৰি গৰুহালেও খুব কাণ-মূৰ জোকাৰিছে। দুয়োটাই খাব নোপোৱা ছেৰেলা গৰু— সমাৰ দিয়া বোকাত হাল টানিবকে নোখোজে। ঘাঁহৰ ৰব অভাব, মল-দানাও সিহঁতক ঠিক মতে বৈকুণ্ঠই যোগাব দিব পৰা নাই। ক'ৰবাত ঘাঁহ বা দল এডাল দেখিলেই জিভা উলিয়াই দি অবাটে সীৰলু এৰি নাঙলৰ ফাল চোঁচৰাই নিব খোজে। আজি জোকেও কামুৰিছে। বৈকুণ্ঠই চূণ আৰু কলাখাৰৰ চুঙাটো দৌৰাদৌৰিত আনিবলৈকে পাহৰিলে।

তেজবন্ধ নোহোৱা দেখি এইবাৰ বৈকুণ্ঠই ভয়ানক শব্দ কৰি চিঞৰি দিলে সদানন্দৰ নাম ধৰি। কাম হ'ল। লৰালৰিকৈ হাল এৰি জুমুঠি আৰু চিলিমটো লৈ খৰ-খুজীয়াকৈ সদানন্দ দৌৰি অহাৰ দৰে আহিল। আলিয়ে আলিয়ে নাহি সঁজাল ধৰা বোৱাৰ মাজেৰে গোন কৰি বৈকুণ্ঠৰ ওচৰ চাপি বোকা-পানীৰ মাজত লেপেটা খাই তাক বহি থকা দেখি সদানন্দই সুধিলে, 'কি হ'ল কাকা, ফালে কাটিলে নে কি? কোনখিনিত?'

বৈকুণ্ঠ থামি উঠিছে, সামান্য দুৰ্বল যেনো হৈছে. 'শামুকে কাটিলে যেন পাওঁ, তেজ যোৱা নাই। পাহিবো জলপান লৈ অহাৰ সময় হোৱা নাই। আজি আকৌ ওচৰতো কোনেও হাল বোৱা নাই।'

'চাওঁ, চাওঁ, ভালেখিনি কাটিলে হ'বলা— ইমানতো যে তেজ বোৱা নাই, বুলি কৈ সদানন্দই বৈকুণ্ঠৰ ভৰিৰ গাঁঠিৰ ঠিক তলৰ আহত অংশটোত মেৰাই থোৱা কাপোৰখন খুলি চালে; লগে লগে হোলোকা-হোলোকে তেজ ওলাই আহিল।

'এই কথাই কথা নহয়, মই অলপ বনতুলসী বিচাৰি আনো। তুমি ভালকৈ হেঁচা মাৰি ধৰি থাকা' বুলি কৈ সদানন্দই ওচৰৰ লক্ষ্মীইতৰ বাঁহনিৰ মাজেৰে নিজৰ ঘৰলৈ দৌৰি গ'ল। যোৱাৰ আগতে বৈকুণ্ঠৰ হালৰ গৰুহাল যুঁৱলিৰপৰা খুলি দি গ'ল। মুক্তি পাই ওচৰৰ দলনিলৈকে বগা-ক'লা দুয়োটাই ঘাঁহৰ লোভত লৰ দিলে।

সদানন্দই অলপো পলম কৰা নাছিল। বনতুলসীৰ পাত থেতেলাই আনি হালধি-চূণৰ লগত মিহলাই কটা অংশত লগাই শুকান গামোচাৰে কটকটীয়াকৈ বান্ধি দিলে সদানন্দই। তেতিয়াহে তেজ ব'ল। ধপাত এচিলিম লগাই সদানন্দই নিজে এহোপা মাৰি বৈকুণ্ঠৰ হাতত চিলিমটো তুলি দিলে। দীঘলকৈ দুটা টান মাৰিহে বৈকুণ্ঠই গাত অলপ বল পোৱা যেন পালে। জিভাখন অতপৰে শুকাই কৰ্কৰীয়া মাৰিছিল। এতিয়া সামান্য ৰসৰ সঞ্চাৰ হ'ল।

সদানন্দই বৈকুণ্ঠৰ অৱস্থা বুজি ক'লে, 'তুমি ঘৰলৈকে যোৱা। আৰু হাল বাব নালাগে, বিষ বেছি হৈ যাব পাৰে। শামুকে কটা ঘাত গৰল লাগিব পাৰে। গৰু হাল মই তোমাৰ ঘৰত দি থৈ আহিম।'

'থাকিব জানো? এৰালো লৈ অহা নহ'ল।' বৈকুণ্ঠই ক'লে।

'থাকিব, থাকিব। মই চাই থাকিম; দলনিৰ দল এৰি গৰু ক'লৈ যাব? হালখনো থৈ যোৱা। মথুৰে পিছে-পৰে লৈ যাব।'

মথুৰ বৈকুণ্ঠৰ ভাগিন। দেউতাক মৰাৰ পিছত মাকে তাক লগত লৈ পিতৃ-মাতৃৰ ভেঁটিত আশ্ৰয় লৈছে। গাৰ মঙহ যেতিয়া বৈকুণ্ঠইনো দলিয়াই পেলায় কেনেকৈ?

সদানন্দইও হাল এৰি থৈ আহিছে। গৰুহালে দিগদাৰ কৰিব পায়। সি গ'ল।

লেকেচিয়াই লেকেচিয়াই কোনোমতেহে ঘৰ পালে বৈকুণ্ঠই। বিষৰ জ্বালা কটা ঠাইডোখৰৰপৰা উজাই চুলিৰ আগ পাইছে। গাত পোৰণিও উঠিছে।

পাহিয়ে তেতিয়া জলপানৰ যো-জা কৰিবলৈ লৈছিল মাত্ৰ। অসময়ত বৈকুণ্ঠক চোতালত দেখিয়েই 'কি হ'ল' বুলি ব্যগ্ৰ হৈ ওলাই আহিল। মথুৰৰ মাক

কুমোও পাচলি কুটিবলৈ এবি চোতাল পালেহি। বাকী ল'ৰা-ছোৱালী কেইটা ঘৰত নাছিল।

পাছিয়ে হুবা-দুবা লগাৰকে খুজিছিল, বৈকুণ্ঠইহে নিবন্ত্র কৰিলে। ভনীয়েকে যতনাই দিয়া দুবাল্টি পানী গাত ঢালি অলপ পিছতে আধা-তিতা গাৰে বৈকুণ্ঠই বিচনাতে উঠিব খুজিছিল। পিছে পাছিয়ে নিদিলে। কটা ডোখৰ ভালকৈ গৰম পানীৰে ধুই মেলি জাৰ্মানী বন বটি তাৰে প্ৰলেপ লগাই বান্ধি-কুন্ধি দিলে শুকান কাপোৰেৰে। গৰম চাহ এবাটিও হাতত তুলি দিলে। তাৰ পিছত লবালবিকৈ ভাতৰ আখলত সোমাল।

দিনত বৈকুণ্ঠই আনন্দ মনেৰে ভাত খাব নোৱাৰিলে। ভবিখন গমগমাই আছে। আবেলি বিষ বেছি হ'ল। বেলি লহিওৱাৰ আগতেই মথুৰক দুমাইল দূৰৰ ডাক্তৰখানালৈ বিষ-নমোৱা পিল আনিবলৈ পঠালে পাছিয়ে। পিছে সি শুদা হাতে ঘূৰি আহিল। সি গৈ পোৱাৰ আগতেই চৰকাৰী ডিছপেনছাৰী বন্ধ হৈ গৈছে।

শুনি পাছিৰ মনটো বেয়া লাগিল। ছেঃ, মথুৰক আৰু আগতে তাই পঠিয়াব পাৰিলেহেঁতেন। বিষত মানুহজনে কেঁকাই আছে। কি কৰা যায় এতিয়া! এই মানুহজনৰ ওপৰতে গোটেই ঘৰখন বৰ্তি আছে, সাতটা প্ৰাণী এসাঁজ খাই এসাঁজ আধা[illegible]কৈ হ'লেও পোহ গৈ আছে। সেই মানুহজন খেতিৰ ভৰ-বতৰত এঘণ্টা বিচনাত পৰি থকাটোও চিন্তাৰ কথা। এই সপ্তাহৰ ভিতৰতে আঠ বিঘা মাটিত এচাহ বাব লাগিব, পাৰিলে তিনি বিঘামানত সমাৰ বাই সুৱাগমণিৰ কঠীয়া কৰ লাগে। সেই কঠীয়া আহাৰৰ প্ৰথম ভাগতে পৰা হৈছে। বাকী কঠীয়াহে পৰা হোৱা নাই। পানী নাছিল। কঠীয়াতলীৰ কাষৰ খাল ডোং শুকাই গৈছিল জেঠৰ বাৰখৰত। পাগলাদিয়াৰপৰা পানী সিঁচি কলমদানিৰ কঠীয়া পাবিব খোজা মাটিলৈ লোবেৰে পানী বোঁৱাই নিয়াটো অসম্ভৱ— ঠাইটুকুৰা নদীৰপৰা ভালেখিনি নিলগত বাবে; অথচ খেতি কৰিয়েই পোহ যাব লাগিব, অন্ন-বস্ত্ৰৰ সংস্থান কৰিব লাগিব। যোৱা কেইবছৰ খেতি নষ্ট হোৱা বাবে অথাই সাগৰত কক্‌বকাই থাকিবলগীয়া হৈছিল। খেতিৰ মানুহ ঘৰখনত এটা। মথুৰে সহায় কৰিব পৰা হোৱা নাই। সি কেৱল তিনি মাইল দূৰৰ টিহু বা বৰমাৰ বজাৰলৈ দুই এপদ ভবি-তৰকাৰী বেচিবলৈ নিব পাৰে বা কেতিয়াবা বাম মাটিত হাল বালে জা-জলপান লৈ যাব পাৰে। অৱশ্যে জা-জলপান হয় কুমো, নতুবা পাছিয়েই পথাৰত দি আহে। কেতিয়াবা জবাক

পঠিয়াবলগীয়া হয়। ভুঁই বোৱা মানুহ যৰত তিনি জনীয়েই আছে; হাল বোৱা, আলি দিয়াৰ গধুৰ দায়িত্ব চম্ভালিবলৈহে বৈকুণ্ঠৰ কঁকালত বল দিয়া দ্বিতীয়জন নাই। চাকৰ ৰখাৰ সামৰ্থ্য বৈকুণ্ঠৰ নাই। দেউতাকৰ শৰীৰ ভালে থকা কালত গজগজীয়া খেতি কৰিছিল বৈকুণ্ঠই। ধানে বহুৰটোলৈ জুৰিছিল। দুই এমোন টানে-আপদে বেচিবহে পাৰিছিল। হওক আধিৰ মাটি, তথাপি খেতিয়ে তকৰকী কৰা নাছিল। দিনেই বেয়া নে ভাগ্যতে শনি লম্ভিছে বৈকুণ্ঠই একো বুজিব নোৱাৰে। কপালৰ ঘাম পথাৰত আগতে যিমান সৰিছে, এতিয়া কিবা তাতকৈ কমকৈ সৰিছে নেকি? আগতকৈ বৰং বহু বেছি পৰিশ্ৰম কৰিছে বৈকুণ্ঠই, তথাপি জোৰা মৰি নাহে। দায়িত্ব পালন কৰিবলৈ বৈকুণ্ঠই অহোৰাত্ৰ অহোপুৰুষাৰ্থ কৰাত বিন্দুমাত্ৰও কৃপণালি নকৰে— তথাপি কিবা দুষ্ট গ্ৰহৰ টানতহে যেন বাৰে বাৰে নিৰ্দিষ্ট কক্ষপথ মূলৰপৰা আঁতৰি আহি আছে। সৰ্বসামৰ্থ্যৰ বিনিময়তো নিজকে সুস্থিৰ অৱস্থাত ৰাখিব পৰা নাই।

এটা চিন্তাৰ ফেৰেঙণিত আৰু এটা চিন্তাই পোখা মেলে। বিষ যদি এনেকৈ বাঢ়ি গৈ ৰাতি কিবা এটা হয়? নিৰাময়ৰ সম্ভাব্য উপায়বোৰ পাহিয়ে মনতে হিচাপ কৰি চালে। কাটিছে সামান্য, কিন্তু পথাৰৰ গৰুল লাগি গোটেই ভৰিখন ছাল-কুঁৰৰীৰ দৰে মওহাল হৈ ফুলিছে। ভৰিখনৰ বিষ উপশম নহ'লে কাইলৈ মাটি বোৱা নহ'ব; আগদিনাই তুলি ৰাখীৰ পুখুৰীত ডুবাই ৰখা কঠীয়া চাৰিভাবো শুকাই যাব। ভাবি ভাবি পাহিৰ মনটো দুৰ্ভাবনাত অস্থিৰ হৈ পৰিল। অগত্যা একো উপায় নেদেখি পামৈপাৰাৰ পীতমল বেজৰ ওচৰলৈ আবেলি মথুৰ আৰু জবাক পঠিয়াই দিলে— জানোচা বিহলগুনিৰে জাৰি-ফুকি চুলি ৰান্ধি দিলে পুৰালৈকে কমেই।

জবাইঁত উভতি আহিল ঠিক সময়তে। পামৈপাৰাৰ কাষৰ পাগলাদিয়াৰ সাঁকো তিনি দিন আগতেই উটি গৈছে। ইপাৰ সিপাৰৰ যোগাযোগ প্ৰায় বন্ধ। দুঃসাহসী দুই এজনে সাঁতুৰি পাৰাপাৰ হৈছে। বিনন্দিৰ নাও এখন আছিল। তলি ফুটা কাৰণে সেইখন ব্যৱহাৰ কৰিব পৰা নাই। কলৰ ভুঁৰ পাগলাদিয়াৰ পাগল সোঁতত চলাবৰ সাধ্য কাৰো নাই। জবাই ইটো পাৰৰ পৰা বিন্তিয়াই সুধি গম পালে— পীতমল নাই, বেজালি কৰিবলৈ সাধীকুছিলৈ দুপৰীয়াতে ওলাই গৈছে।

উভতি আহি পদূলিমুখ পোৱাৰ লগে লগে জবাক চোতাল সাৰি থকা বৌয়েকে সুধিলে, "পালিনে?"

জবাই নির্দিষ্ট উত্তৰটো দিলে। পাহিৰ মনটো সেমেকি গ'ল, আজি আনন্দ থকা হ'লে! সি সাত মাইল চাইকেল কৰি হ'লেও ঔষধ লৈ আহিলহেঁতেন। ককায়েকক সি এই অৱস্থাত পৰি থাকিব নিদিলেহেঁতেন। পাহিয়ে ঘৰকৈ আনন্দ নোহোৱাৰ শূন্যতা অনুভৱ কৰিলে। কপালক নিধিয়াই উপায় নাই। কাৰোপৰা অকণো সহায় পোৱাৰ আশা কৰিব নোৱাৰি, কোনেও উপযাচি খবৰ এটাকে ল'ব নিবিচাৰে, সকলো নিজৰ নিজৰ কাম লৈ ব্যস্ত। কি যে হৈ গ'ল গাঁওখন! সাত-আঠ বছৰ আগতেও ইজনে সিজনক চিনি পাইছিল, অন্ততঃ একো দি সহায় কৰিব নোৱাৰিলেও মুখৰ মাতষাৰ দিছিল।

অইন দিনা পদূলিলৈকে চোতাল সৰাৰ অভ্যাস। আজি কিন্তু মনৰ খিক্কাৰত পাহিয়ে মাজ চোতালতে বাঢ়নী সামৰিলে। থক, চোতাল সাৰি নো কি ৰাজ কাৰেঙৰ জেউতি চৰাব?

জবাই ক'লে, 'জানা বৌ, নদীৰ পাৰ বাগৰো বাগৰো হৈছে। সোঁত দেখিলে ভয় লাগি যায়। এক আঙুলো বাকী নাই।'

'তইঁতে তাৰ মানে নদী পাৰ নহ'লিয়েই নেকি?'

'কেনেকৈ হ'বা? পাৰিলেহে! নাও নাই, সাঁকো নাই। ইপাৰৰ পৰাই সুধিলোঁ।'

মথুৰে পথাৰত এবাল দিয়া গৰু লৈ আহিল। আজি গৰুহালে চাৰকে নাপালে হ'বলা। দানাৰ থালীত দানা নাছিল। পানী সিহঁতে নুচুলেই। জাগ দিবলৈ আহি পাহিয়ে মন কৰিলে ৰঙা গৰুটো কিবা জলকা লগাৰ দৰে আছে। মুখেৰে ফেন ভাঙিছে। পাহিৰ বুকুখন চিৰিংকৈ গ'ল। কিবা এটা হ'লে—! যোৱাবাৰো হালৰ গৰুহাল এনেকৈয়ে মৰিছিল। তাই আথে-বেথে ৰঙাৰ গলধনত হাত ফুৰাই গোপাল গোপীনাথৰ উদ্দেশ্যে কাতৰ প্ৰাৰ্থনা জনালে, 'প্ৰভু, এইবেলি সকলোটিকে ভালে-কুশলে ৰাখা! আৰু কিমান দুখ দিবা?'

সাঁজ লাগিল। আকাশৰ ঈশান কোণত থূপ খাইছে মেঘ। আন দিনাৰ দৰে বাৰে-বৰণীয়া মেঘৰ মালতী মালা গঁঠা নাই সন্ধ্যাৰ এই আকাশে। এই মেঘ দেখিলে বুকুত গাজনি শুনা যায়, আকাশে অকাতৰে জলধাৰা ঢালে। নদী বাঢ়িছে, পাৰ উপচিবলৈ এক আঙুলো বাকী নাই।

এইখন ঘৰলৈ বিশেষ প্ৰয়োজন নহ'লে গাঁৱৰ কোনো মানুহেই আহিবলৈ নিবিচাৰে। পাহিয়ে মাজে মাজে নিজকে খুব অবহেলিত, অকলশৰীয়া অনুভৱ

কৰে। এক ব্যৰ্থ জীৱনৰ হাহাকাৰে তমসাই অন্ধকাৰ কৰি ৰখা কৃষ্ণপক্ষৰ আকাশৰ দৰে পাহিক চাৰিওকালৰ পৰা বেঢ়ি ধৰে। পাহি এজনী সাধাৰণ ছোৱালী, এখন দুখীয়া ঘৰৰ বোৱাৰী, পাহিয়ে কোনো দিনে সামান্য উচ্চাকাংখ্যা কৰিবও শিকা নাই, তেনে কোনো গোপন অভিলাষো বুকুত পুহি ৰখা নাই, 'মই তেনেকৈয়ে বাঁচি থাকিবলৈ বিচাৰোঁ, বৰ বেছি প্ৰয়োজন মোৰ নাই; মোৰ স্বামী আছে, তেওঁ মোক যথেষ্ট ভাল পায়, মোৰ আই নাই, বোপাই নাই, ভাই-ককাই বা নিজ বংশৰ কোনো নাই, কিন্তু দেওৰ আছে, দুজনীকৈ ননদ আছে, ল'ৰা এটা আছে, এনেকৈ প্ৰেম আৰু আনন্দৰ মাজত অভাৱ অনাটন সহ্য কৰিও মই পৰিপূৰ্ণ সংসাৰ-ধৰ্ম পালন কৰি থাকিবলৈ বিচাৰোঁ, কিন্তু চিনা জনা চুবুৰীয়া মানুহবোৰৰ দৃষ্টিত মোৰ প্ৰতি ফুটি উঠা ঘৃণা আৰু বিচ্ছিন্নতাক মই তন্তি থাকিও কেতিয়াবা নিজকে অসহায়ভাৱে অবাঞ্ছিত, নিক্ত অনুভৱ কৰোঁ, আৰু মোৰ এই সৰু সংসাৰখনক সমাজে কৰা অৱমাননা মই সমস্ত শক্তিৰে ওকৰাই প্ৰতিটো আগন্তুক দিনক নতুন কৰি গ্ৰহণ কৰোঁ, অনুভৱ কৰোঁ জীৱনৰ বহু অবাঞ্ছিত হাহাকাৰৰ মাজত একণিকা প্ৰতিবাদী সুখ, তথাপি, তথাপি—'

পাহিয়ে শহুৰেকৰ কোঠাত চাকি এটা জ্বলাই থৈ আহিল। এই কাম পাহিয়ে অবা বা কুমোক কৰিবলৈ নিদিয়ে। পাহিয়ে জানে শহুৰেকৰ প্ৰতি কাৰো ঘৃণা নাই, কোনেও তেওঁক দূৰে দূৰে ৰাখিবও নিবিচাৰে। কিন্তু তাইৰ শহুৰেকেই নিজ ইচ্ছাৰে আঁতৰি থাকিবলৈ বিচাৰিছে। যোৱা তিনি বছৰে তেওঁ কুষ্ঠৰোগত ভুগিছে, সৰ্বাংগ প্ৰায় ক্ষয়প্ৰাপ্ত। হাতৰ, ভৰিৰ আঙুলিবোৰ সৰ্বনাশী বেমাৰটোৱে বিচ্ছিন্ন কৰিছে; কটা গছৰ দৰে আঙুলিবোৰৰ একাল নাই। এটা দুৰ্দান্ত পৰিশ্ৰমী শৰীৰৰ, বাস্তিপুৱাৰ আকাশ চিকুণ আৰু বঙিয়াল কৰি তোলা সূৰ্যৰ দৰে তেজাল প্ৰদীপ্ত এটা মনৰ মৃত্যু ঘটিছে অতি অসহনীয়ভাৱে। যি দুখন হাতেৰে এই মানুহজনে সংসাৰৰ হাল ধৰিছিল পৰম প্ৰত্যয় আৰু নিশ্চিন্ত স্বনিৰ্ভৰশীলতাৰে, সেই হাত দুখন আজি পৰাভূত সৈনিকৰ কটা হাতৰ দৰে জড়, স্থবিৰ। তেওঁৰ দেহ যেন ভীষ্মৰ শৰ-শয্যাত বিক্ষত, তেওঁৰ একালৰ অবাটেঙাৰ দৰে খোপোকা মঙহাল মুখ আজি তামসী ৰাতিৰ দৰে ৰুৰুণ অন্ধকাৰেৰে আৰ্দ্ৰ। অথচ কোনো অভিযোগ নকৰাকৈ, সামান্যতম কষ্টবোধো মনত প্ৰোথিত নকৰাকৈ এই মানুহজনে জীৱনৰ গভীৰ সত্যক হাঁহিমুখে স্বীকাৰ কৰিছে।

বৈকুণ্ঠ হতাশ হয়, পাহিয়ে কিন্তু কান্দে। আনন্দই আকৌ হৰ্ষীকেশৰ গাম্ভীৰ্য আৰু স্থিতধী প্ৰাজ্ঞৰ দৰে জীৱনৰ ঘাত-প্ৰতিঘাতৰ ওচৰত নতজানু নহৈ যি কোনো

অৱস্থাৰ মুখামুখি হ'ব পাৰে। জবা বা কুমোৰ একো কৰিবলগীয়া নাই। বাপধন বা মথুৰে একো বুজিব পৰা হোৱা নাই।

আনন্দই চিকিৎসাৰ ব্যৱস্থা কৰিছিল। বৈকুণ্ঠই সাতামপুৰুষীয়া সম্পত্তি মাটি দুবিঘাৰ এবিঘা ঘৈটু কবিৰাজৰ ওচৰত বন্ধক থৈ আৰু আন বিঘা মাটি গাঁৱৰে একালৰ শিয়াল এতিয়াৰ সিংহ গুৱাহাটী চহৰনিবাসী অভিমন্যু বৰ্মন এম. এল. এ-ৰ ওচৰত আনন্দই নজনাকৈ বিক্ৰি কৰি দেউতাকৰ যথাসম্ভৱ কৰিবপৰা চিকিৎসাখিনি কৰিছিল। গাঁৱৰ কবিৰাজীৰ পৰা চহৰৰ ডাক্তৰলৈকে আনন্দই দেউতাকক দেখুৱাইছিল। কিন্তু একো ফল নধৰিল, বঁজা অমিতাৰ গছত মেখেলা বান্ধি ফল ফলোৱাৰ অপচেষ্টাৰ দৰেহে হ'ল। আনন্দই শেষত বাকী বস্তিৰ মাটিখিনিও বিক্ৰি কৰি দেউতাকক অসমৰ বাহিৰলৈ নিয়াৰ কথা উত্থাপন কৰাত দেউতাকে প্ৰবল বাধা দিলে, 'নালাগে বোপাই, তইঁতে বহুত কৰিলি। আনে এইখিনিও নকৰিলেহেঁতেন। ভেঁটি মাটি টুকুৰাও গ'লে তইঁতে মূৰ গুজিবি ক'ত? মোৰ জীৱনৰ এয়ে শেষ। আৰু নতুনকৈ জীৱনটো আৰম্ভ কৰাৰ সময়ো নাই।'

তাৰ পিছত দেউতাকে ওচৰত বৈ থকা আনন্দ আৰু বৈকুণ্ঠক বৈ বৈ কৈছিল, 'কিন্তু তইঁতে জানিবি জীৱনত জানি শুনি মই একো অপৰাধ কৰা নাই, পাপো কৰা নাই। হ'বলগীয়া আছিল, হ'ল। কিন্তু ই পাপৰ ফল নহয়।'

আনন্দ আৰু বৈকুণ্ঠৰ চকু চকুপানীৰে ভৰি পৰিছিল। জীৱনৰ এইবোৰেই দুখৰ মুহূৰ্ত, হৃদয় তোলপাৰ লাগি যোৱা অনিবাৰ্য যন্ত্ৰণাৰ দুঃসময়। পাহিয়ে ওৰণিৰ তলত উচুপিছিল। কুমোই বেৰাত মূৰ থৈ মূৰ আফালিছিল।

'তইঁতে এটা কাম কৰ। তইঁতৰ ভালৰ বাবেই কৈছোঁ,' দেউতাকে কৈছিল, 'তইঁতে মোক বেলেগকৈ থাকিবলৈ সৰুকৈ ঘৰ এটা দে। দুখ নকৰিবি। বেলেগকৈ থাকিলে মই কিবা তইঁতৰ পৰ হৈ যাম নে কি অ'?' এইবাৰ দেউতাকে কোৱা কথাকেইটা চেপি ৰাখিব নোৱৰা শোকত ভাঙি পৰিছিল। তেওঁৰ অন্তৰখনে উচুপিছে।

পাহিয়ে হুকহুকাই কান্দি দিলে।

'এইটো হ'ব নোৱাৰে', পাহিয়ে নিৰ্ভয় কণ্ঠেৰে ক'লে, 'আপুনি আমাৰ লগতে থাকিব। গাঁৱৰ মানুহলৈ আমি ভ্ৰূক্ষেপ নকৰোঁ। সমাজে আমাক বেলেগ কৰি ৰাখিব পাৰে, কিন্তু আমি স্বাধীনভাৱেই থাকিম।'

পাহিয়ে অদ্ভুত প্ৰত্যয়েৰে সেইদিনা কথা কৈছিল। বৈকুণ্ঠ আৰু আনন্দৰ মুখ দুখন সামান্য হ'লেও পোহৰ হৈ উঠিছিল। প্ৰেম আৰু ত্যাগ, অশ্ৰুপাতৰ মাজতো জীৱনৰ যথাৰ্থ আনন্দধাৰা প্ৰবাহিত হোৱা পাহিৰ কোমল কৰুণ মুখখনলৈ শহুৰেকে বহুত সময় একেথিৰে চাই থাকি কৈছিল, 'মা, তুমি বুজা নাই। সমাজলৈতো তুমি মই ভয় কৰা নাই। মই মাত্ৰ সৰু সৰু ল'ৰা-ছোৱালীকেইটাৰ কথা ভাবিহে তেনেকৈ কৈছোঁ। মোৰ অসুখটো বেয়া অসুখ। ই আন কাৰো গালৈ যাব নালাগে। মোৰ গাৰ লেঠা মোতেই থাকক। মই কেৱল আন ঘৰ এটাত থাকিব বিচাৰিছোঁ।'

জীৱনৰ এয়ে কঠিন বাস্তৱ, নিৰ্মম সন্ধিক্ষণ। ইয়াৰ পৰা পলাই সাৰিবলৈ চেষ্টা কৰিলে জীৱনক অস্বীকাৰ কৰা হ'ব। সেয়ে আৰু কোনেও বাদানুবাদ নকৰিলে। শীতকালৰ সেই সন্ধ্যাটো এইখন ঘৰৰ বাবে এটা বিষন্ন সন্ধ্যা। পৰাভূত সৈনিকৰ অন্তৰ্দাহ বুকুত লৈ প্ৰত্যেকে নিজৰ নিজৰ কামত লাগিল। বৈকুণ্ঠই বুটিনাঙল এখন চাঁচিবলৈ ল'লে, আনন্দই মনৰ শান্তিৰ বাবে উলুপীইঁতৰ ঘৰলৈ গ'ল, পাহি আৰু কুমো পাকঘৰত সোমাল; কিন্তু কোনেও কামত একো উৎসাহবোধ নকৰিলে।

সেইবাৰ কলেজৰ পূজাৰ বন্ধত আনন্দ ঘৰলৈ আহিছিল। দেউতাকৰ লগত লাগি থাকোঁতে বন্ধ পাৰ হৈ গ'ল, সি কাম কৰা নৈশ ডেকাৰ স্কুলৰ বন্ধও উকলিল। আৰ্থিক অৱস্থা ইতিমধ্যে বিপদ-সীমাত। খেতি-বাতি নহ'ল, খোৱাৰ টান পৰিছে। আনন্দৰ মনটো পঁচি গৈছে। বাকী কাৰোৱেই সামান্য শান্তিও নাই। দেউতাক ভাল হৈ উঠিব বুলি আনন্দৰ এটা নিশ্চিত ধাৰণা নাছিল, সেই ধাৰণাত ছেদ পৰা দেখি তাৰ মন সংকুচিত হৈ পৰিল। বহু ধাৰ-ঋণ-বিয়োগ ঘটিছে, চাৰিওফালৰপৰা সংসাৰখনৰ ওপৰত এটা হেঁচা পৰিছে। মনৰ প্ৰবল জোৰ থাকিলেও পাগলাদিয়াৰ বলিয়া বানত মেটেকা উটি যোৱাদি নিমিষতে উটি যাব খোজে। সি নাথাকিলে বৈকুণ্ঠ অকলশৰীয়া, তেতিয়া আকৌ ককায়েকৰ মূৰৰ ওপৰতে আকাশী সৰগ ভাগি পৰে। এতিয়া হওক নহওক কিবা এটা আলোচনা কৰিবলৈ হ'লেও আনন্দ কাষত থাকিলে বৈকুণ্ঠই মনৰ বল আৰু সাহস পায়। কিবা কামত ৰাতি-বিয়লি ক'ৰবাত থকাকৈ ওলাই যাব পাৰে। যৰ উকলিবলৈ লৈছে; আথিত খেৰ কাটিবলৈকে

বৈকুণ্ঠহে যাব লাগিব, তাকো পাখামাৰা বা নিকাচিলে। দুই চাৰিদিনৰ কথা। ঘৰত মতা মানুহ এটা নহ'লে কেনেকৈ হয়? ঘৰখন কাক এৰি থৈ যায়? চৰা দামত খেৰ কিনাৰ সাধ্য নাই। আনন্দ থাকিলে বৈকুণ্ঠই এইবোৰ কাম কৰাত সুবিধা সুচল পায়, মনত দুশ্চিন্তা নাথাকে।

সেইবাৰ সেয়ে আনন্দই ককায়েকক ক'লে, "মই আৰু নপঢ়ো বুলি ভাবিছোঁ। তোক চাওঁতা কোনো নাই।"

বৈকুণ্ঠই কাঠৰ মূঢ়া এটা কালি আছিল। দুপৰীয়াৰ ৰ'দ খাই খাই সৰ্বশৰীৰেৰে ঘামৰ জোল বৈ গৈছে। আনন্দই খৰিবোৰ আনি চোতালত মেলি দি আছিল।

ভায়েকৰ কথা শুনি বৈকুণ্ঠই কুঠাৰ সামৰিলে, আঙুলিৰে কপালৰ ঘামবোৰ চুঁচি পেপালে আৰু কিবা এটা চিন্তা কৰিলে, তাৰ পিছত ভায়েকক ক'লে, 'বুজিছ বাপু, ইমান সোনকালে হাৰি যাবলৈতো তোৰ-মোৰ জন্ম হোৱা নাই। আমি দুখীয়া ঠিকেই, আমাৰ অভাবো বহু বেছি, তথাপি চাপৰিলে মেৰ আঁতৰি নাযায় নহয়। মই কিবাকৈ চলাই থাকিম যা, তই দুখে-কষ্টে পঢ়াখিনি শেষ কৰি ল। মন দুৰ্বল নকৰিবি।'

ককায়েকৰ কথাত ফুটি উঠা গভীৰ আত্মবিশ্বাসী পুৰুষালিয়ে আনন্দক স্পৰ্শ কৰিলে। সি আৰু একো প্ৰতিবাদ নকৰিলে। অন্তৰৰ নিঃসীম শ্ৰদ্ধাৰে মনে-মনে ককায়েকক সি প্ৰণাম কৰিলে। পিছদিনা সি গুৱাহাটীলৈ উলটি গ'ল।

পাহিৰ এই সকলোবোৰ কথা মনত পৰিছে। বহুদিন আগৰ কথা হ'লেও মনৰ গভীৰত নিয়ৰত ভিজা দুবৰিৰ দৰে কেঁচা আৰু সজীৱ হৈ আছে। আনন্দৰ প্ৰতি পাহিৰ আন্তৰিক কৃতজ্ঞতাৰ যেন কোনো সীমা নাই। আনন্দৰ বাবেইতো নিঃস্ব পাহিয়ে বৈকুণ্ঠক স্বামী হিচাপে পাইছে, এখন পৰিপূৰ্ণ ঘৰৰ বোৱাৰী হ'ব পাৰিছে— থাকক তাত অভাৱ, থাকক তাত দাৰিদ্ৰ্য।

শহুৰেক বহুদিন একে ঘৰেত আছিল— সেই ঘটনাৰ পিছতো। বৈকুণ্ঠই দেউতাকক বেলেগ ঘৰত বহু দিনলৈ থাকিব দিয়া নাছিল। শেষত দেউতাকেই একে ঘৰত থাকিবলৈ বাৰে বাৰে অসন্তোষ প্ৰকাশ কৰা হ'ল। উপায়ান্তৰ নেদেখি আগৰ খেৰ-খৰি থোৱা কাৰবীয়া ঘৰ এটাকে সামান্য বেঢ়ি-কুঢ়ি বৈকুণ্ঠই দেউতাকক থাকিবলৈ দিলে।

ইতিমধ্যে গাঁৱত এটা মিশ্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে; দহজনে বৈকুণ্ঠইতৰ দেউতাকক লৈ দহ কথা কোৱা আৰম্ভ কৰিছে। গাঁৱত এইটোৱেই স্বাভাৱিক।

কাৰোবাৰ ঘৰত নতুন জীৱনৰ আশা-আকাঙ্খা লৈ অহা ন-কইনা এজনীৰে ভৰিৰপৰা মূৰলৈ চকু বহল কৰি চাই খুঁত উলিওৱাৰ চেলু বিচাৰি ফুৰে, তেনেস্থলত কুষ্ঠৰোগী এজনক লৈ দুআধাৰ মুখৰোচক কথা কোৱা নহ'ব— এইখন গাঁৱত সেইটোতো আৰু হ'ব নোৱাৰে। চাৰিজন একেলগ হ'লে কথা পাতিবলৈয়েকেওতো বিষয় এটা লাগিল। ইয়াত থকা মানুহে দিল্লীৰ ৰাজনীতি নাজানে; অসমৰ ৰাজনীতি বুজি নাপায়, দুখন আঁতৰৰ গাঁৱৰে বা-বাতৰিৰ ভূ নাপায়; তেনেস্থলত খেল-চোং বাদ-অপবাদ, নিন্দা-গঞ্জনাৰে ভৰা ৰচদ গাঁৱতে মোক-খা মোক-খাকৈ থকা দেখা পালে কোনে নিগিলিব?

'হেৰি হে হেৰি, হেৰি নহয়—'

'কি হেৰি হেৰি কৰি আছাহেতু আচল কথাটো নো নোকোৱা কিয়?'

প্ৰথমজন 'হেৰি হেৰি' বাক্যো দেউ এই গাঁৱৰে পুৰোহিত মানুহ। কথা ক'লে হেৰি বাদে কথা নোলায়। তেওঁক সাধাৰণতে গাঁৱৰ মেলেকী বুলি ধৰা হয়। আহক তেওঁ কনক মেম্বৰৰ ঘৰলৈ। দিয়ক মেম্বৰৰ ঘৈণীয়েকে চোতালতে টুল এখন পাৰি। কনক মেম্বৰ কোনো বিষয়বাৰ পোৱা মেম্বৰ নহয়, গাঁৱৰ ৰাজনীতিত ভাল চাল দিব পৰা সিদ্ধপুৰুষ কাৰণে তেওঁ মেম্বৰ উপাধি পাইছে। তেওঁক নোসোধাকৈ বা তেওঁৰ আজ্ঞা-অনুমতি নোহোৱাকৈ এই গাঁৱৰ প্ৰশাসনত ৰায় দিয়া নচলে বা আনে দণ্ডও দিব নোৱাৰে। আগত অৱশ্যে এই শিতানৰ মানুহ আছিল ঘৈটু কবিৰাজ। ব্যৱসায়-সংক্ৰান্তত তেওঁ গাঁও এৰি চহৰলৈ গৈছে। অৱশ্যে সময় সুবিধা পালে তেওঁ চহৰৰপৰাই এই গাঁৱৰ অবিঘোষিত প্ৰশাসন-যন্ত্ৰৰ চাবি-কাঠি মাজে মাজে ঘূৰাব খোজে। আৰু আছিল অভিমন্যু বৰ্মন। কিন্তু তেওঁ সদায় বৌ-বৰালিলৈহে চকু দিছিল। গাঁৱৰ পৰম সৌভাগ্য বা চৰম দুৰ্ভাগ্য যে এই হেন বিয়াগোম মানুহ এজন চিৰদিনীয়াকৈ গাঁও এৰি চহৰলৈ গুচি গৈছে! গাঁৱত তেওঁৰ ভেটি, প্ৰকাণ্ড প্ৰাচীন ঢঙত সজা প্ৰাসাদ (?) আৰু বিস্তৰ মাটি-বাৰী পৰি আছে। অৱশ্যে অনাদৃত হৈ পৰি থকা নাই। বংশৰ কোনো নাথাকিলেও তেওঁৰ চাৰিজন অনুগত ভৃত্য আছে— যি সকলে মেম্বৰ গাজনি নুশুনালৈকে মৰ কামোৰ নেৰা কাছৰ লেখীয়াকৈ প্ৰভুৰ সা-সম্পত্তি কুবেৰে ধন ৰখাদি ৰখি আছে। অৱশ্যে মুনাফা নুলুটাকৈ থকা নাই, কিন্তু মাজে মাজে পৰিদৰ্শন কৰিবলৈ অহা প্ৰভুৰ চকু ছাট মাৰি ধৰাকৈ চাকচিক্য বজায় ৰাখিব নোলাবিলেও দাস কুলে বৰ বেছি উনৈছ-বিছ, হৰণ-ক্ষগন হ'বলৈ দিয়া নাই। প্ৰভুৰ উপনিবেশ নিৰ্দিষ্ট ক্ৰমতেই চলি আছে।

এই গাঁৱৰ নাম লাহীদল। লাহীদলৰ কোনো অতীত ঐতিহ্য সম্ভৱতঃ নাই বা বিশেষ গৌৰৱবাহী সম্পদো ইয়াৰ বুকুত স্মৃতিসৌধৰ দৰে দীৰ্ঘম্যাদী অস্তিত্ব লৈ বৰ্তি থকা নাই। গাঁওখন অৱশ্যে এখন পুৰণি গাঁও— কাৰণ আহোম যুগতো ইয়াৰ অস্তিত্ব আছিল। এই গাঁৱৰ এসময়ৰ শাস্ত্ৰজ্ঞ পণ্ডিত ফণী পাঠকক আহোম ৰজাই দেবোত্তৰ আৰু ব্ৰহ্মোত্তৰ ভূমি দান কৰিছিল। উনবিংশ শতিকাৰ শেষ ভাগত এই গাঁৱত এখন পাঠশালা স্কুল স্থাপন কৰা হৈছিল। সেই স্কুল এতিয়াও আছে। স্কুল আছে— বেৰ নাই; বেৰ এখনেই আছে, তাৰো দুৱাৰ খিৰিকী উধাও। কোন পণ্ডিতে প্ৰথম প্ৰথম এই স্কুল চলাইছিল কাৰো মনত নাই; এতিয়া আদ্য পণ্ডিত ইয়াৰ একমাত্ৰ শিক্ষক আৰু পঞ্চাছ-ষাঠীটা মান নাকৰ শেঙুন নোযোৱা ল'ৰা-ছোৱালীৰ একাডেমিক ভাগ্য-নিয়ন্তা বা তত্ত্বাবধায়ক অভিভাৱক। তেনেকৈয়ে চলিছে— যেনেকৈ গৰুৰ গাড়ীৰ গতিত চলিছে পঞ্চাছ* কোটি মানুহৰ জন্মভূমি ভাৰতবৰ্ষ। এই বিদ্যালয়ৰ ক্ষয়চক্ৰ ঘূণে ধৰা ভাৰতবৰ্ষৰ ক্ষয়চক্ৰৰে প্ৰতীক। বিদ্যাৰ ঠাইত অবিদ্যা, ৰজাৰ ঠাইত অৰাজকতা আৰু জনগণৰ অৰ্থনৈতিক-সামাজিক-মানসিক শ্ৰীবৃদ্ধিৰ ঠাইত এই দেশত মানুহে যি পাইছে— এই স্কুলেও তাতকৈ বেছি উধাৰ পৰা নাই। ইয়াৰ দীৰ্ঘ ইতিহাসত আনন্দই সামান্য ঔজ্বল্যৰ ৰেঙণি পেলাই থৈ গৈছে, সি এই স্কুলৰ পৰা জিলাৰ ভিতৰত প্ৰথম হৈ প্ৰাইমাৰী পৰীক্ষাত বৃত্তি পাইছিল। গাঁৱৰ নাৰদসকলে, সত্যভামাসকলে শান্তি পালে মাপালেও নিঃস্বাৰ্থ, মৰমিয়াল আদ্য পণ্ডিতে বৃত্তি পোৱা খবৰটো শুনাৰ দিনা ঘৰলৈ আহি আনন্দক সাৱটি ধৰি আনন্দত অশ্ৰুপাত কৰিছিল, আশীৰ্বাদেৰে তাক জীৱনৰ জয়যাত্ৰাত খোজ পেলাবলৈ প্ৰেৰণা যাচিছিল।

এই স্কুলখন বাদ দিলে লাহীদল গাঁৱত থকাৰ ভিতৰত এটা নামঘৰ আছে। তাত যে ঈশ্বৰ থাকিব পাৰে বাহিৰৰ পৰা অনুমান কৰিব নোৱাৰি। তাত অন্ধকাৰে সাধু কথা কৈ থকা যেন লাগে— আনকি দিনতো। চাৰিওফালে বাঁহনিৰ ছায়াই তাত সূৰ্যগ্ৰহণ, চন্দ্ৰগ্ৰহণ সৃষ্টি কৰে। নামঘৰটো পাগলাদিয়াৰ পৰা ভালেখিনি নিলগত গাঁৱৰে চান্দ বুঢ়াৰ পৰিত্যক্ত ভেটি এটাৰ কাষত অৱস্থিত। বাঁহনি সেই ভেটিৰে। নামঘৰটো পহিলাতে লাহীদলৰ তিনিটা চুবাৰ উমৈহতীয়া স্বাৰ্থত সজা হৈছিল। এতিয়া বিভিন্ন গ্ৰামীণ ৰাজনীতিৰ পাকচক্ৰত সেইটো কেৱল বামুণচুবাৰ সম্পত্তি

* উপন্যাসখনৰ ঘটনাকালৰ ভাৰতবৰ্ষৰ জনসংখ্যা

হৈ পৰিছে। বাকী দুটা চুবাই জেদৰ ভাত কুকুৰে খায় বুলি জানিও নিজাকৈ সৰু সৰু নামঘৰ সাজি লৈছে। ধৰ্মৰ নামত কাচিৎহে এই গাঁৱৰ মানুহে নামঘৰত চৰণৰ ধূলি ৰাখে। অৱশ্যে মণিকূটৰ পাদ-প্ৰদীপত প্ৰতি সন্ধ্যা এগচি চাকি জ্বলাবলৈ মানুহ আছে। তেওঁ বছৰি কিবা এটা পাৰিশ্ৰমিক পায়। কেইবছৰমান আগলৈকে মানুহে ঘৰে প্ৰতি চাকি জ্বলাওঁতাক ধান-দোন দিছিল। আজিকালি দিব নোৱাৰে।

লাহীদলত মৌজা আছিল, মৌজাদাৰ আছিল, বহু বছৰ আগত বৃটিছৰ আমোল শেষ হোৱাৰ পিছলৈকেও অন্ততঃ এই গাঁৱৰ একপ্ৰকাশ শ্ৰী-চেহেৰা আছিল। কংগ্ৰেছ শাসনৰ সময়ত দেশৰ আৰ্থ-সামাজিক অৱস্থা ক্ৰমাৎ নিম্নগামী হৈ হোৱা সত্বেও ষাঠীৰ দশকলৈ লাহী দলৰ নিচিনা গাঁওবোৰ কলঢপ-কলঢপকৈ নিজৰ মাজতে বাঁচি আছিল। দেশৰ সামগ্ৰিক অৱস্থা যিয়েই নহওক, মানুহৰ জীৱন-যাত্ৰাৰ মান-দণ্ড যিমানেই তললৈ নানামক, এক শ্ৰেণী মানুহৰ পৰোক্ষ শোষণ-শাসন সত্বেও গাঁৱৰ মানুহে তেতিয়া দুবেলা দুমুঠি যিহেৰে তিহেৰে খাবলৈ পাইছিল। তেতিয়া পথাৰে মানুহক ইমান ঠগোৱা নাছিল, পাগলাদিয়াই পকা ধানৰ পথাৰ ডুবোৱা নাছিল, সঁজাল ধৰা সেউজী ধাননি তল নিওৱা নাছিল। অভাৱ তেতিয়াও আছিল, শিক্ষা-দীক্ষাৰ বাতাবৰণ তেতিয়াও গঢ়ি উঠা নাছিল, তথাপিও মানুহৰ হৃদয়ত সহানুভূতিশীল মমত্ববোধ আছিল, মুখৰ হাঁহিত দীপ্তি আছিল। অৰ্থনৈতিক দুৰৱস্থাৰ দানৱটোৱে গাঁও মহতিয়াৰ পৰা নাছিল— যদিওবা চাৰিসীমা স্পৰ্শ কৰিছিল। ঘাঁহ খাব পাইছিল কাৰণে গৰুৱে গাখীৰ দিছিল, বিল শুকোৱা নাছিল কাৰণে জাকৈ পলো লৈ মানুহে দুটা মাছ পুঠি ধৰিব পাৰিছিল। এতিয়া সেইবোৰৰ মুদা মৰিছে। চৰণীয়া পথাৰত বেদখল চলিছে, বিল শুকাইছে, বাৰীৰ শাক-পাচলি লাই-লফা ধনিয়া মুজুৰা পৰিছে। মগনীয়াক শুদা হাতে ওভোতাই নপঠিওৱা গৃহস্থই এতিয়া মগনীয়া দেখিলে বাটৰ পৰা কুকুৰ খেদাদি খেদে। অৰ্থনৈতিক সংকোচনত চেপা খোৱা কুঁহিয়াৰৰ সিটাৰ দৰে চেপেটা লাগিছে গাঁৱৰ মানুহ। মানুহ এতিয়া সাধাৰণ কথাতে বিৰক্ত হয়, নলগা জেঙাত লাগে, অন্নাভাৱে আনন্দ হৰণ কৰি নিয়া এই গাঁৱৰ সৰহভাগ মানুহে এতিয়া কুচৰ্চ্চা-পৰচৰ্চ্চা কৰি এক বিজতৰীয়া স্ফূৰ্তি লাভ কৰিবলৈ যত্ন কৰে। কাৰোবাৰ লগত সামান্য কথা কটা-কটি হ'লেই একেবাৰে যেন চৈধ্য জন্মৰ পুৰণি শত্ৰুতা গঢ়ি উঠে। আত্মস্বাৰ্থই মানুহক ঠেক বৃত্তলৈ টানি নিছে, বৃহত্তৰৰ পৰা ক্ষুদ্ৰতৰ কৰিছে, মানুহবোৰ বিচ্ছিন্ন হৈ পৰিছে।

ককা-আইতাৰ সোণালী সাধুত সোণালী যিটো অতীতে উকি দিয়ে, তাৰ ক্ষীণ অনুৰণনো এই গাঁৱৰ আজিৰ বিষাক্ত বাস্তৱত বাজি নুঠে।

চাৰিঘৰ মানুহেই এটা খেল। আগত এখন গাঁও মানে এটাহে খেল বুলি বুজা গৈছিল। এতিয়া সেই আদর্শ থান-বান্ হৈ গৈছে। আগত বামুণ, শুদিৰ, কোঁচ, কলিতা একেটা খেলতে আছিল; এতিয়া ঘৰে প্রতি খেল। কোনেও কাৰো লগত বেছি দিন শান্তিৰে মিলি থাকিব নোৱাৰে। অৱশ্যে আগৰ সমাজৰ কটকটীয়া বান্ধোন এতিয়া আৰু নাই। কিন্তু কোনেও কাৰো নমনা হ'লত বিচ্ছিন্নতা বাঢ়িছে। যিসকলে বংশৰ গৌৰৱ, জাত্যাভিমান মনে-প্রাণে বিসর্জন দিব পৰা নাই, তেওঁলোকে গাৰ জোৰেৰে সমাজত আসন লাভ কৰিবলৈ দুৰ্বাৰ চেষ্টা কৰি আহিছে; কিন্তু টিকা নাই। এইবোৰ জানি বুজিয়েই অভিমন্যু বৰ্মনে এম. এল. এ. হোৱাৰ পিছত এই গাওঁ এৰি গৈছে। অৱশ্যে তেওঁৰ উচ্চাভিলাষ আৰু ক্ষমতাৰ লোভেও ইয়াত সহায় কৰিছে। ঘেঁটু কবিৰাজ চালাক মানুহ। তেওঁ বঢ়িয়াকৈ বুজি পালে গাঁৱত থাকি লাভ নাই। পট্‌কৈ তেওঁ চোং সলাই পেলাইছে। নগেন্দ্র অধ্যাপকে ইমান দিনে গাঁৱতে পুৰোহিতগিৰি কৰিছিল। সময়ৰ আহ্বান অনুসাৰে তেওঁ পৰিয়ালসহ টো[illegible]ৰ চাকৰি লৈ ধুবুৰীলৈ গুচি গৈছে।

পাগলাদিয়া বৈ আছে। পাগলাদিয়া লাহীদলৰ দাপোণ। এই নদীয়ে লাহীদলৰ অতীত-বৰ্তমান জানে। লাহীদলৰ দুশঘৰ নৈপৰীয়া মানুহৰ জীৱন-যন্ত্রণা ইয়াৰ সোঁতত ধ্বনিত হৈছে। পাগলাদিয়াৰ পানী নহ'লে নচলে, ইয়াত পিণ্ড নুটুৱালে মৃতকে শান্তিধাম নাপায়, ইয়াৰ পানীত সাঁতুৰি-নাদুৰি গা নুধুলে ল'ৰা-ছোৱালীৰ পেটৰ ভাত হজম নহয়, ইয়াৰপৰা পানী সিঁচি কঠীয়া নাপাবিলে জেঠৰ বাৰখৰত খেতিয়কৰ নিস্তাৰ নাই। বিয়াৰ দিনা আয়তীয়ে ঘটে-ঘটে পানী তুলি জাত জাত বিয়া নাম গাই পাগলাদিয়াৰ পাৰ উৰুলীকৃত নকৰিলে লাহীদলৰ বিয়া সম্পূর্ণ নহয়। ভুমিধৰে এই নদীৰ মাছ মাৰি বজাৰত নেবেচিলে তাৰ পৰিয়াল নাবাচে। আৰু কত কথা চিৰকালৰ—নিৰবধি এই নদীৰ!

ই পাৰে-সিপাৰে গাওঁ। ইটো পাৰে লাহীদল, সিটো পাৰে শাকতল। সিখন মুছলমান গাঁও; জেৰিণা পেহী, তালেৰ খুৰা, গিয়াছ ককাৰ গাওঁ। সুন্দৰী মেহনাজৰ দুখীয়া গাঁও। তাত আজান দিলে ই পাৰে শুনি। ইটো পাৰে নাগাৰা বজালে সিখন গাঁও মুখৰিত হয়। বিভিয়ালে কৈবৰ্ত চুবাৰ ভুমিধৰে সিটো পাৰে যিটো সময়ত শুনিব,

মেহ্‌লাজৰ মাকেও একে সময়তে শুনিব। দৰ্কাৰ হ'লে একেলগে দুয়ো ওলাই আহিব।

লাহীদল যেনেকৈ ভাঙিছে, শাকতলো তেনেকৈ মৰিমূৰ, কোনো পাৰ্থক্য নাই। বৈকুণ্ঠৰ যি অৱস্থা, ফৰিদৰো সেই একেই। উলুপীয়ে যেনেকৈ আজি সোতৰ বছৰে ভালকৈ খাবলৈ পোৱা নাই, মেহ্‌লাজেও ঠিক তেনেকৈ আধাপেটী হৈ ৰৈছে। কাদেৰৰ যেনেকৈ এচিকটাও মাটি নাই, বৈকুণ্ঠইও ঠিক তেনেকৈ ভূমিহীন হৈ কটাইছে। সিপাৰৰ কৈবৰ্ত চুবাৰ ভূমিধৰৰ যেনেকৈ জালখনেই জীৱিকাৰ সম্পদ, লাহীদলৰ বিমলাৰো হাতশাল দুখনেই জীৱিকাৰ সম্বল।

কাদেৰৰ বাপেকৰো কুষ্ঠ হৈছিল। বেলেগ ঘৰত দুবছৰ আছিল। যোৱাবেলি মৰিল।

বাংকা দেউৱে ইস্-ইস্-ৰাম-ৰাম ভংগীত কান্ধৰ গামোচাখনেৰে টুলখন জোকাৰি লৈ আয়াসত বহি মেম্বৰৰ আগত অভ্যস্ত বচনভংগীৰে ক'লে, 'বুজিছা, কাদেৰ মিঞাৰ বাপেকৰো কুষ্ঠ হৈছিল। ঢেৰ পাপ— নিজৰ জীয়েকৰ লগতে বোলে— ছিঃ ছিঃ, সেইবোৰ কথা মুখলৈ অনাও পাপ। ছিৰি ৰাম, পিছে আমাৰ ঘনকান্তৰো সেই একেই; বুজিছা? হেৰি নহয়, পাপ! পাপ নাথাকিলে এইবোৰ কি হয়? তুমি কি কোৱা?' জিজ্ঞাসু দৃষ্টিৰে দেউৱে মেম্বৰলৈ চালে। মেম্বৰে ধপাতৰ চিলিমত দীৰ্ঘ টান দি উঠি তাৰ তলুৱাৰে মুখখন মচি দেউলৈ চিলিমটো আগবঢ়াই দি নিৰ্লিপ্ত ভংগীত ক'লে, 'মইনো কি ক'ম? যাৰ যি ভাগ্য—'

মেম্বৰৰ কথাত দেউ সন্তুষ্ট নহ'ল। তেওঁ নিজৰ বক্তব্য খোলোচাকৈ পেছ কৰিলে, 'বৈকুণ্ঠইত আমাৰ খেলৰ মানুহ। কিন্তু ঘনকান্তৰ এই অৱস্থাত আমাৰ খেলটোৱে সিহঁতৰ লগত একেলগে বা খায় কেনেকৈ, আহ-যাহ কৰে কেনেকৈ? ইয়াৰ এটা সামাজিক নিষ্পত্তি হ'ব লাগে—'

মেম্বৰে ইংগিতটো বুজি ক'লে— 'মানে প্ৰায়শ্চিত্ত-ত্ৰায়শ্চিত্ত?'

মেম্বৰৰ চিধা কথাত দেউৰ মুখৰ ভংগী সলনি হৈ গ'ল। তেওঁক অলপ বিৰক্ত হোৱা যেনো দেখা গ'ল। কোনোবাই বিন্দুমাত্ৰ অৱজ্ঞা কৰা যেন পালেও বাংকা দেউৰ শৰীৰৰ তেজ মূৰত উঠে। কিন্তু তেওঁ বোগ চাই দৰৱ দিব জনা

মানুহ। মেম্বৰক.উচটাই লাভ নাই; কাৰণ তেওঁ গাঁথি টান মানুহ। সেয়ে যথাসম্ভৱ কোমলকৈ তেওঁ মেম্বৰক ক'লে, 'চোৱা মেম্বৰ। আমি গাঁৱৰ মানুহ, হুজুগত চহৰীয়া হৈ যাব নোৱাৰোঁ। গাঁৱৰ নীতি নিয়ম বোপা-ককাই যিদৰে মানি থৈ গৈছে, আমিও মানিব লাগিব।'

'সেইটোতো বুজিলোঁ', মেম্বৰে গহীনাই ক'লে, 'তুমি ঘনকান্তৰ কথাহে ক'ব বিচাৰিছা, কি কৰিবা তাকে কোৱা।'

বাংকাদেউ বিপদত পৰিল। তেওঁ আদ্য পাছ মানুহ, ইমান সহজে ৰায় দিব নোৱাৰে। ৰোষত পৰাৰ সম্ভাৱনা আছে। ৰায় দিলে দিব পাৰে ধীৰেশ্বৰ তৰ্ক-তীৰ্থ-ইহে। তেওঁ বিদ্যাৰ কেৰা মহলাও গচকা মানুহ। তথাপি মেম্বৰক তেওঁ একেটা সুৰতে ক'লে, 'মোৰ মতে ঘনকান্তৰ পৰাচিত হ'ব লাগে। নহ'লে আমি সিহঁতৰ লগত নাখাওঁ। দেখ-দেখকৈ ইমান ডাঙৰ অন্যায় এটাতো আৰু হ'বলৈ দিব নোৱাৰি।'

'তেনেহলে তাকে কৰা', মেম্বৰে বানবাটিত মুখ দি এঢোক চাহ গিলি ক'লে (ইতিমধ্যে চাহ আহি গৈছে), 'তুমি গাঁৱৰ দুই-চাৰিক সুধি-পুচি চোৱা কি কৰিলে ভাল হয়।'

চাহ খাই দেউ উঠিল। টিকনিডাল আথে বেথে চুই তেওঁ আগন্তুক কাৰ্যপন্থাৰ সম্ভাব্য পৰিণতি দিব্যচকুৰে দৰ্শন কৰি 'জয় শ্ৰীহৰি' বুলি মনতে আওৰাই মেম্বৰৰ ঘৰৰপৰা উঠিল আৰু সেই একেটা সন্ধিয়াৰ ভিতৰতে লাহীদলৰ প্ৰতিঘৰ মানুহকে পদধূলি দি ৰণনীতি ঘোষণা কৰি জনমত গঠন কৰিলে।

শেষত লাহীদলৰ শিক্ষাপীঠ-কাম-প্ৰেক্ষাগৃহ প্ৰাইমাৰী স্কুলত এটা সন্ধিয়া হাৰিকেন লণ্ঠনৰ অনুজ্জ্বল আলোক আগচি গাঁৱৰ মুখিয়ালসকল বৈঠকত বহিল। বিষয় : ঘনকান্তৰ প্ৰায়শ্চিত্ত অথবা বৈকুণ্ঠক এঘৰীয়া কৰা-নকৰা। আহ্বায়ক : বাংকা দেউ (বাকেশ্বৰ ভট্টাচাৰ্য)। নিৰ্দিষ্ট বক্তাঃ উপস্থিত ৰাইজৰ সকলো।

বাংকা দেউৱে ইমানখিনি নকৰলিহেঁতেন — যদিহে বৈকুণ্ঠৰ ভায়েক আনন্দই এবেলি দেউক পৰৰ ধাননিত নিজৰ গাই দুজনী ৰাতি ৰাতি এৰি দিয়া কাৰ্যটো ধৰা পেলাই তিৰস্কাৰ নকৰিলেহেঁতেন। সেইবাৰ জনসমাজত দেউৱে বহু দিনলৈ লাজতে মুখ উলিয়াব পৰা নাছিল।

সংসদ বহিল। লগে লগে পেণ্ডামনিয়াম আৰম্ভ হ'ল। বহু মুনি লগ লাগিছে, মত বিভিন্ন হ'বই। কলিতাই কলিতাৰ দৃষ্টিভংগীৰে ক'লে, কোঁচে নিজৰ দৰ্শন দাঙি

ধৰিলে, বামুণকিটাই প্ৰায় পুথি-পাঁজি লৈ বিতৰ্কত অংশ গ্ৰহণ কৰিলে। মেলেকীক ৰায় দিবলৈ কোৱা হ'ল। দেউৰে নৰেশ্বৰ মেলেকীক খুঁচি দিলে, 'ৰায় দিয়া, ৰায় দিয়া। চাবি ধেনুত দিবা, ভোজ-ভাত লগতে থাকিব লাগিব; নহ'লে ঘাটে-বাটে বেলেগ।'

বৈকুণ্ঠক মতা হৈছিল। সি নাহিল।

মেল বহিব বুলি শুনা দিনাৰপৰাই পাহিয়ে গোপনে চকুপানী টুকিলে। কুমোই কান্দিবলৈ ধৰিলে। ইমান দিন নাই নাই বুলিও সমাজৰ লগতে আছিল। ইঘৰ সিঘৰলৈ মুক্তভাৱে আহ-যাহ কৰিব পাৰিছিল। এতিয়া এঘৰীয়া কৰিলে সমাজৰ বাধ্য-বাধকতা থাকিব, কাৰো লগত একেলগে উঠা-বহা কৰাৰ অধিকাৰ নাথাকিব। সমাজত তিৰোতা জাতিটো এনেয়েই দুৰ্বল, তাতে যদি এনে ঘটে, ভবিষ্যত বুলিবলৈ আৰু কি থাকিল?

সেই কেইদিন পাহি বা কুম্মোৰ খোৱা-লোৱা, চকুৰ টোপনিয়ে হৰণলুকি দিছে। ৰাতি ৰাতি বৈকুণ্ঠৰ বুকুৰ মাজত সোমাই পাহিয়ে ওৰে নিশা কান্দি কান্দি উজাগৰে কটাই দিছে। বাৰে বাৰে বৈকুণ্ঠক সুধিছে— 'আমাৰ কি হ'ব? তুমি কিবা এটা নকৰা কিয়?'

বৈকুণ্ঠই এইবোৰত কোনো গুৰুত্ব দিয়া নাই। সি কঠিন অভিব্যক্তিৰে পাহিক কৈছে, 'তই ইমান চিন্তা কৰিছ কিয়? খুব বেছি কৰিলে এঘৰীয়া কৰিব। এঘৰীয়া কৰিলে কিবা মৰি যাম বুলি ভাবিছ নেকি? মই হাল বাম, তই ভুঁই ৰুবি, আনন্দই কলেজটো পাৰ হৈ আহিব—'

'যদি আধি মাটিও কাঢ়ি নিয়ে? কি কৰিবা?' শংকা আৰু উদ্বেগেৰে পাহিয়ে বৈকুণ্ঠৰ চকুত চকু থৈ সুধিছে।

'নমৰোঁ, তেতিয়াও নমৰোঁ। দা ধৰি হ'লেও খাম।' বৈণ্ঠই নিৰ্ভয় নিঃশঙ্ক হৈ উত্তৰ দিছে।

পাহিয়ে তথাপি স্বস্তি পোৱা নাই। বহুতো কাঁইটে একেলগে তাইক খুঁচি খুঁচি ৰক্তাক্ত কৰিছে। নিজকে দুৰ্ভগীয়া বুলি ভবা তাই জীৱনৰ শৈশৱ আৰু কৈশোৰ পাৰ কৰিছে চৰম লাঞ্ছনা আৰু উপেক্ষাৰ মাজত, বৈকুণ্ঠই মৰম কৰি তাইক আশ্ৰয় দিছে, এটা ভৱিষ্যতৰ স্বপ্ন দিছে। তথাপি ভাগ্যাকাশৰ পৰা ক'লা মেঘ আঁতৰি যাব খোজা নাই।

'মেললৈ তুমি যাবানে?' পাহিয়ে সভয়ে সুধিছে।

'কিয়, মইতো কোনো নৰহত্যাৰ আচামী নহওঁ যে সমাজৰ ওচৰত অপৰাধ স্বীকাৰ কৰি দণ্ডাজ্ঞা মূৰ পাতি ল'বলৈ যাব লাগিব।'

পাহিয়ে আৰু একো মতা নাই। অলপ সময় তাই মৌন হৈ থাকিল। তাৰ পিছত শমিত সৰোদৰ দৰে ক'লেঃ 'তুমি কিন্তু গাৰ বলেৰে কথা কৈছা? কিবা এটা আপোচ কৰি ল'লেই দেখোন হয়।' উত্তৰৰ আশাৰে পাহিয়ে বৈকুণ্ঠৰ মুখলৈ চালে।

বৈকুণ্ঠই ক'লে, 'এইখন সমাজ যি নীতিত চলিছে, তাৰ লগত আপোচ কৰিবলৈ গ'লে সত্যক অস্বীকাৰ কৰা হ'ব। তই চা, মোৰ দেউতাৰ কুষ্ঠ হৈছে। কিন্তু ই কোনো পাপৰ ফল নহয়। ই এটা বেমাৰ। দুৰ্ভাগ্যবশতঃ সকলোৰে হ'ব পাৰে। মোৰ দেউতাৰো হৈছে। সেইবুলি আমি সমাজত ঘৃণাৰ পাত্ৰ হ'ব লাগিল নেকি? অসুখ এটা হ'ল বুলিয়েই পৰাচিত হৈ সমাজক ভোজ-ভাত খুৱাব লাগিল নেকি! এইটো কোন দেশৰ নিয়ম! মই যদি এই কাম কৰোঁ মোৰ নিজকে অপৰাধী অপৰাধী যেন লাগিব; মই কৰিলে এদিন মোৰ এনে অসুখ হ'লে বাপধনেও এই কামকে কৰিব। সেইটো হ'বলৈ দিব নোৱাৰি।'

বেচৰকাৰী লাহীদল সংসদত এই প্ৰসংগটো লৈ বেছ তৰ্ক-বিতৰ্কৰ জোৱাৰ উঠিল। নতুন চামে প্ৰস্তাৱটোৰ পুনৰ বিবেচনাৰ বাবে হিজ হাইনেজ সিদিনাৰ টেম্প'ৰাৰি প্ৰেছিডেণ্ট ধীৰেশ্বৰ তৰ্কতীৰ্থৰ ওচৰত এটা অনুৰোধ-প্ৰস্তাৱ দাখিল কৰিলে। কিন্তু প্ৰস্তাৱ অগ্ৰাহ্য হ'ল। তাৰ কাৰণঃ ইতিমধ্যেই বাংকা দেউৰে তৰ্কতীৰ্থক এক লোভনীয় উপঢৌকনেৰে নিজৰ ফলীয়া কৰি লৈছে। তৰ্কতীৰ্থই বহুদিনৰ পৰা দেউক এটিং কুঁহিয়াৰৰ গুড় খুজি আছিল, দেউও পিছ হুঁহুকি আছিল, আজি সুযোগ পাই সেই ব্ৰহ্মাস্ত্ৰপাত প্ৰয়োগ কৰিলে, গুড় এটিং দিব বুলি ক'লে। তথাপি জেদ ৰক্ষা হ'ব লাগিব, আনন্দৰ ওপৰত পোটক তুলিবই লাগিব।

ৰায় বাহিৰ হ'ল। আচামী ঘনকান্তই তেওঁৰ পাপৰ প্ৰায়শ্চিত্ত কৰিব লাগিব, বৈকুণ্ঠই সমাজৰ লগত থাকিবলৈ হ'লে ৰাইজক ভোজ-ভাত খুৱাব লাগিব, অন্যথাই সিহঁতক এঘৰীয়া কৰা হ'ব।

বৈকুণ্ঠ নাছিল কাৰণে বিশেষ দূত যোগে তাৰ কামত সমাজৰ আদেশ-বাণী নিৰ্ঘণ্ট সহকাৰে পেছ কৰা হ'ল।

বৈকুণ্ঠই ধৈৰ্য ধৰি শুনিলে। বিচলিত নহ'ল। অশ্ৰুপাত নকৰিলে। পাছিহঁতে কান্দোন সামৰিব নোৱাৰি বিচনাত উবুৰি খাই পৰিল।

বৈকুণ্ঠই দূত সিদ্ধেশ্বৰক ক'লে, 'তেনেহ'লে এঘৰীয়া হলোঁ বুলিয়েই জানি থ'বা। তথাপি দেউতাক মই অপমান নকৰোঁ।'

সিদ্ধেশ্বৰে বৈকুণ্ঠক বুজাবলৈ চেষ্টা কৰিলে, 'বাপু, কথাটো কিন্তু বৰ ভাল নহ'ব। কথাতে আছে 'কুল ল কুল ল নদীৰ কুল ল, সঙ্গ ল সঙ্গ ল জ্ঞাতিৰ সঙ্গ ল'। এই সমাজখন এৰি চলিবা কেনেকৈ?'

'চেষ্টা কৰিব লাগিব, কাৰণ মই মানুহ। মানুহৰ দৰে বাঁচি থাকিবলৈ হ'লে এইবোৰক উপেক্ষা কৰি চলিবই লাগিব, নহ'লে বৰ বিপজ্জনক নহ'বনে?' বৈকুণ্ঠই ক'লে।

দূত গুচি গ'ল। বৈকুণ্ঠই অনুভৱ কৰিলে— এইখন গাওঁ স্বাৰ্থ-দ্বন্দ্বত জটিল আৰু বিশৃঙ্খল হৈ পৰিছে, মানুহবোৰে প্ৰকৃত মানুহৰ চৰিত্ৰ হেৰুৱাই পেলাইছে। ইয়াত কিল্‌বিলাই ফুৰিছে নীচ স্বাৰ্থৰ গোন্ধত উন্মাদপ্ৰায় বৃশ্চিকবোৰ। দুৰ্বল যেন দেখিলেই তেনে মানুহক হেঁচি ধৰি মুনাফা লুটাৰ এটা অপচেষ্টা বহুতেই কৰিবলৈ লৈছে। প্ৰতিবাদ নকৰিলে মনুষ্যত্বৰ অপমান কৰা হ'ব। তাৰ শিক্ষা হয়তো বেছি একোৱেই নাই, কিন্তু মনৰ সংস্কৃতি আছে। সেই সংস্কৃতিয়ে তাক নীতি আৰু যুক্তি শিকাইছে, কিন্তু তললৈ নামিবলৈ শিকোৱা নাই। তাৰ পক্ষে প্ৰায়শ্চিত্ত সম্ভৱপৰ নহয়, কাৰণ ই এটা নৈতিক অপৰাধ হ'ব। নিজৰ ওচৰত সি সৰু হৈ পৰিব। সি সমাজ-বৰ্হিভূত হ'ব খোজা নাই, সেইবুলি সমাজৰ অন্যায় দাবীৰ ওচৰত নতি স্বীকাৰ কৰি সমাজৰ এজন হৈ থকাটো গৌৰৱৰ কথা বুলি সি ভাবিব পৰা নাই।

সেইৰাতি সি আনন্দলৈ চিঠি এখন লিখিলে। চমু চিঠি। বৈকুণ্ঠই জানে — তাৰ সিদ্ধান্তত আনন্দ নিশ্চয় সুখী হ'ব। আৰু এজন মানুহ সকলোতকৈ বেছি সুখী হ'লহেঁতেন। সেইজন উলুপীৰ ককায়েক সুৰথ। কি অসাধাৰণ দীপ্তি আছিল বাইছ বছৰীয়া ল'ৰাজনৰ! কি ক্ষুৰধাৰ ব্যক্তিত্বই যে নাছিল! বুদ্ধিদীপ্ত চকুহালত আছিল পৃথিৱীৰ মানুহক হৃদয়েৰে চিনি বুজি পোৱাৰ হেঁপাহ, হাত দুখনত আছিল দহজন ডেকা ল'ৰাৰ কৰ্মশক্তি। প্ৰচলিত কোনো সামাজিক অন্যায়ৰ লগত সুৰথে আপোচ নকৰিছিল। বজাৰত কচু, লাই, ঢেকীয়া-তামোল-পাণ বেচি সি কলেজৰ পঢ়া খৰচ উলিয়াইছিল। অৱশ্যে শিক্ষাৰ বৰ্তমান পদ্ধতিটোৰ প্ৰতিও সুৰথৰ কোনো আস্থা

নাছিল। কিন্তু পঢ়ি-শুনি, ঘৰখনৰ ফালে চকু দিবলৈ হ'লে যিটো অৰ্থনৈতিক অৱলম্বন লাগে, সেইটো আদায় কৰাৰ উদ্দেশ্যে সি কলেজত পঢ়াৰ যো-জা কৰিছিল। বাপেকে নগৰত ত্ৰিছ টকা মাহিলি দৰ্মহাত ৰান্ধনিৰ চাকৰি কৰি চাৰিজন মানুহক পুহিব নোৱাৰে। মাটি নাই, আধিলৈও কোনেও পৰাপক্ষত মাটি দিব নোখোজে। মাক অন্ধ। ঘৰত দুজনীকৈ গাভৰু ভনীয়েক। দুয়োজনীয়ে পঢ়া-শুনা কৰিবলৈ বিচাৰে। পঢ়াৰ বুদ্ধি ভাল। ফেলতো কৰাই নাই, বৰং শ্ৰেণীত প্ৰথম, দ্বিতীয়হে হয়। উলুপীয়ে মাচুল দিব নালাগে, শাৰদাই ও নালাগে। তথাপি ফটা মেখেলা-চাদৰ পিন্ধি দিনৰ পিছত দিনে কেনেকৈ স্কুললৈ যায়? বহী-কিতাপ নাই, আৰ-তাৰ পৰা খুজি আনি পঢ়িব লাগে। এদিন-দুদিন আনিব পাৰি, সদায় পাৰিনে? লগৰ বন্ধু-বান্ধৱীয়ে এদিন বা দুদিন কিতাপ ধাৰলৈ দিয়ে, তাৰ পিছত হোঁহকা-পিচলা কৰে। উলুপীয়ে বুজি পায়— এনেকৈ মনৰ শত সাহস সত্বেও পঢ়া-পাতি কৰিব নোৱাৰি। কেবাবাৰো পঢ়া এৰি দিবলৈ মনস্থিৰ কৰি পেলাইছিল। ককায়েককো কৈছিল। কিন্তু ককায়েকে বাৰে বাৰে তাইক কয়, 'দুৰ্ভাগ্যৰ লগত যুঁজিবলৈ শিক। তেতিয়াহে প্ৰকৃত জীৱনৰ মৰ্ম বুজি পাবি।' হতাশ হ'ব খুজিলেও, মনৰ জোৰ নাইকিয়া হ'ব খুজিলেও, উলুপীয়ে সেই একেযোৰ ফটা চাদৰ-মেখেলাকে পিন্ধি স্কুললৈ অহা-যোৱা কৰি আছে। শাৰদাই বায়েকক অনুসৰণ কৰিয়েই নাইন পাইছে। আধা পেটী হৈ থাকিও সুৰথে প্ৰবেশিকাত প্ৰথম বিভাগ পাই কলেজত ভৰ্তি হৈছে। লাহীদলৰ মানুহে মনে-মনে সুৰথহঁতৰ প্ৰশংসা কৰিছে। কিন্তু সুৰথক বেছিভাগেই (বৈকুণ্ঠহঁতৰ বাহিৰে, দুখীয়া মানুহখিনি বাদে) ভাল পাব পৰা নাই, সুৰথক বিচৰা নাই। অভিমন্যু বৰ্মনে, বাংকা দেউ বা ঘেঁটু কাবিৰাজে সুৰথক দেখিলে মুখ ঘূৰায়, বা তলমূৰ কৰে। তাৰ এটাই কাৰণঃ এওঁলোকৰ স্বাৰ্থ সিদ্ধিৰ বাটত সুৰথে হেঙাৰ দিয়ে, এওঁলোকৰ পৰোক্ষ শোষণৰ বিৰুদ্ধে সুৰথে নিৰ্ভীকভাৱে থিয় দিয়ে। আঁৰত সুৰথক সকলোৱে কমিউনিষ্ট বুলি ঠাট্টা-বিদ্ৰূপ কৰে।

সেই সুৰথ এদিন মৰিল। বৰ কৰুণ সেই মৃত্যু, বৰ মৰ্মন্তুদ সেই মৃত্যুৰ পৰিণতি। এটা পৰিয়ালক এই মৃত্যুৱে সৰ্বনাশৰ অন্ধকাৰ বৌৰলৈ ঠেলি দিলে। আশা-আকাংক্ষা, সপোন, দুৰ্ভাগ্যৰ বিৰুদ্ধে যুঁজাৰ অঙ্গীকাৰ, প্ৰচলিত দুৰ্নীতিৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতাৰ বীৰ্যবন্ত দুঃসাহস — সকলোবোৰ এই মৃত্যুৰ লগে লগে ধূলিত মিহলি হৈ গ'ল।

বৰ অভাবনীয় এই মৃত্যু। শ্ৰমিক-সংগঠন সম্পৰ্কীয় এখন জনসভাত বক্তৃতা দি বহু ৰাতি উভতিছিল সুৰথ। আগে পিছেও তেনেকৈ আহে। চহৰৰপৰা চাৰি মাইল খোজ কাঢ়ে গাঁৱলৈ— পাগলাদিয়াৰ পাৰে পাৰে। কাকো ভয় কৰাৰ কাৰণ নাই। চহৰ এৰিলেই খলিহাগুৰি গাওঁ। গাওঁ পাৰ হ'লেই পাগলাদিয়াৰ মথাউৰি। অইন কেঁচা ৰাস্তাৰেও লাহীদললৈ আহিব পাৰি, কিন্তু মথাউৰিৰে পোন হয়, সময় লাগে কম। সুৰথে মথাউৰিৰ পাৰে-পাৰেই খোজ লৈছিল।

খলিহাগুৰি পাৰ হৈ মথাউৰিৰে একফাৰ্লংমান খোজ কাঢ়িলেই আৰম্ভ হৈছে বগীদলৰ জাৰণি।

জাৰণিখন পাইছিলহে মাথোঁ, হঠাৎ পিছফালৰ পৰা হোৱা অতৰ্কিত আক্ৰমণ আৰু ছুৰিকাঘাতত এটা শব্দ উচ্চাৰণ কৰিবলৈ সময় পোৱাৰ আগতে সুৰথ নামৰ এটা তজবজীয়া সংগ্ৰামী মানুহ চিৰকালৰ কাৰণে শেষ হৈ গ'ল। অন্ধকাৰে হত্যাকাৰীৰ চিন-চাব লুটি পেলালে।

পিছদিনা বগীদলত ঢেৰ শগুণ আৰু কাউৰী পৰিছিল। বহু ভতুৱা কুকুৰে অস্থিৰ আনন্দত ভেঁউ ভেঁউ কৰিছিল। চোকা দাঁতৰ আঘাতত ক্ষতবিক্ষত হৈছিল সুৰথৰ দেহ। উলুপীহঁতে খবৰ পাইছিল আবেলিহে। লাহীদলৰ মুক্তাৰামে সেই মৰ্মন্তুদ খবৰটো কঢ়িয়াই আনিছিল।

তাৰ পিছত উলুপীহঁতৰ অৱস্থা বৰ্ণনা নকৰাই ভাল। মই শব্দৰে সিহঁতৰ দুখ বৰ্ণনা কৰিবলৈ অক্ষম। আজি এই কাহিনী লিখা সময়তো মই উলুপী, শাৰদা, অন্ধ মাতৃ আৰু অসহায় পিতৃৰ অৰুন্তুদ ক্ৰন্দনধ্বনি স্পষ্ট শুনিবলৈ পাইছোঁ। উলুপীয়ে আনন্দলৈ খবৰ দিছিল। চিঠিখন লিখিছিল বৈকুণ্ঠই। উলুপীৰ সাধ্য নাছিল হাতৰ আখৰেৰে আনন্দক ককায়েকৰ মৃত্যু-সংবাদ দিবলৈ। উলুপী পাগলিনী হৈছে, কিন্তু এই খবৰ শুনাৰ পিছত যে আনন্দৰ অৱস্থা কি হ'ব তাকে ভাবি উলুপীৰ মূৰ ঘূৰাইছিল।

টেষ্ট পৰীক্ষাৰ তিনি দিন আগত ঘটিছিল এই ঘটনা। খবৰ পাই দুখ আৰু সমবেদনা জনাবলৈ অহা মানুহেৰে, বন্ধু-বান্ধৱীৰে উলুপীহঁতৰ চোতাল ভৰি পৰিছিল। কিন্তু মৃত্যুৰ শীতল ছায়াই আগুৰি ধৰা কেঁচৰাজ চোতালত বিৰাজ কৰিছিল নিৰানন্দৰ লঠঙা ঋতু। ইয়াৰ মাজতে পুলিচ আহিছিল। উলুপীক কিবা-কিবি প্ৰশ্ন কৰিছিল।

'আপুনি, অ' নহয় তুমি কাৰোবাক সন্দেহ কৰা নেকি?' থানাৰ দাৰোগাই সুধিছিল।

অবিকম্পিত কণ্ঠেৰে ৰূঢ়ভাৱে উলুপীয়ে কথা কৈছিল, 'আমাৰ বহুত ক্ষতি হ'ল। একোৰে এই ক্ষতি পূৰণ হ'ব নোৱাৰি। কেনেকৈ কি হ'ল মই একো নাজানো, একো ক'ব নোৱাৰোঁ। দাদা সৰল মনৰ নিৰ্ভীক মানুহ আছিল। তাক শেষ কৰি দিলেও তাৰ দৰে মানুহ পাতে-গজাৰ দৰে গজি থাকিব। তাৰ মৃত্যুৰ বাবে বিশেষকৈ কোন দায়ী মই নাজানো, ছাৰ। কিন্তু মই বিশ্বাস কৰোঁ — তাৰ মৃত্যুৰ বাবে এই পঁয়া-লগা সমাজ ব্যৱস্থাটোৱেই দায়ী।'

উলুপীৰ কথা শুনি অনুসন্ধানত অহা দাৰোগাজনৰ চকু কপালত উঠিছিল। বুকুখনে মোচৰ খাইছে। তেৰোঁ বাক্‌ৰুদ্ধ। এই গাঁৱলীয়া ছোৱালীজনীয়ে কয় কি? ক'ত তাই এইবোৰ কথা শিকিলে? কোনে শিকালে? দাৰোগাজনে বহু সময় উলুপীৰ চকুলৈ একেথিৰে চাই থাকিল। তেওঁ যেন বহু দিনৰ মূৰত নিজকে সত্যৰ দাপোণত দেখিছে। এই ছোৱালীজনী এজনী কৃশ, তন্বী, এসাঁজ খাই এসাঁজ খাব নোপোৱা দুৰ্ভগীয়া গৰীবৰ ঘৰৰ ছোৱালী। কিন্তু চৰম মিথ্যা, ঘৃণিত আত্মপ্ৰবঞ্চনা, ক্লেদাক্ত প্ৰতাৰণাৰ মাজত এই ছোৱালীজনীহে কেৱল নিৰ্ভেজাল সোণৰ দৰে সত্য। এখন যেন দাপোণ। তাই ঠিকেই কৈছে. সুৰথক কেৱল এজন বা দুজন মানুহে মৰা নাই, সুৰথক তিলে তিলে হত্যা কৰিছে এখন পঁয়া লগা সমাজে, তাৰ ডিঙিত শাণিত ছুৰী বিহুৱাই দিছে এক শোষণমুখী সমাজ ব্যৱস্থাই। কোনেও হয়তো নাজানিব— কোনে তাক মাৰিলে, হয়তোবা জানিব। কিন্তু যেতিয়ালৈকে এই সমাজ-ব্যৱস্থা চলি থাকিব, — এজন হত্যাকাৰীৰ জেল জৰিমানা মৃত্যুদণ্ড পৰ্যন্ত হ'লেও, কথাটোৰ তিমানতে ওৰ নপৰে, আৰু বহুতো সুৰথে এনেকৈ আততায়ীৰ হাতত প্ৰাণ দিব লাগিব, বহুতো উদীয়মান প্ৰতিশ্ৰুতিসম্পন্ন মানুহক এনেকৈয়ে টেঁটুত চেপি চিৰকালৰ বাবে কণ্ঠৰুদ্ধ কৰা হ'ব।

কিন্তু সূৰ্যৰ উদয় মেঘে চিৰকাল ঢাকিব নোৱাৰে। জোনৰ হাঁহি অমাবস্যাৰ অন্ধকাৰে চিৰদিন লুকুৱাই ৰাখিব নোৱাৰে।

চকুপানী টুকি দাৰোগাজনে বিদায় লৈছিল। উলুপীৰ মূৰত হাত বুলাই বৃদ্ধ দাৰোগাজনে কৈছিল, 'তুমি ঠিকেই কৈছা মা। তোমাৰ কথাই ঠিক। তথাপি আমি হাত সাবটি বহি থাকিলে নচলিব। তোমাৰ মুখখন মনত পেলাই মই চেষ্টা কৰি যাম— দোষীক ধৰা পেলাবলৈ।'

বৈকুণ্ঠই দাৰোগাক বহু দূৰলৈ আগবঢ়াই থৈ আহিছিল। বাটত দাৰোগাই

কৈছিল, 'মোৰ যিমান দূৰ ধাৰণা— ই এটা ৰাজনৈতিক হত্যাকাণ্ড। টকা-পইচাৰ লোভত ইমান নৃশংসভাৱে সুৰথক সম্ভৱতঃ কোনেও হত্যা কৰা নাই।'

বৈকুণ্ঠইও সেই টোকে ভাবিছিল। সেই কাৰণে দাৰোগাৰ কথাত সি মূৰ দুপিয়াইছিল।

উলুপীৰ যেনেকৈ একো ক'বলৈ নাই, বৈকুণ্ঠৰো একো ক'বলগীয়া নাই। সুৰথেই যেতিয়া মৰি গ'ল, তাৰ হত্যাকাৰীক বিচাৰি উলিয়াই বৰ বেছি ফাঁচীকাঠত ওলোমাই দিলে কি সাংঘাটিক লাভ হ'ব? খুব বেছি এটা আইনৰ কাম কৰা হ'ব, হয়তো জেদ পূৰণ কৰা হ'ব; কিন্তু বুকুৰ যন্ত্ৰণা নকমে, হৃদয়ৰ ঘা নুশুকায়।

বৈকুণ্ঠই এইখিনি কৈ চকুপানী মচিলে। শিল দিয়া ৰাস্তাত দাৰোগাক তুলি দি সি ক'লে, 'মই আছোঁ। আমাৰ কৰাৰ একো নাই। আপুনি শান্তি ৰক্ষাৰ কাৰণে যি পাৰে কৰিব।' চেষ্টা কৰাৰ আন্তৰিক প্ৰতিশ্ৰুতি দি দাৰোগা গুচি গ'ল। বৈকুণ্ঠও লাহে লাহে ঘৰ পালে।

ইব্ৰাহীম ছাৰে উলুপীৰ লগত কথা পাতি আছে। উলুপীৰ মাক দময়ন্তী পিৰালিতে লেপেটা খাই বহি আছে। তেওঁ এই কেইদিন পাৰে মানে ফেকুৰিছে। দুই চকুৰে অবিৰত চকুপানী ওলাইছে, কোণত ফেচকুৰি। মচি ল'বলৈ তেওঁ পাহৰি পেলাইছে। তেওঁ একো দেখা নাই, কাকো দেখা নাই। শুনিছে আৰু বুকু ধাকুৰিছে। চকুৰ দৃষ্টি শক্তি হেৰুউৱা দিন ধৰি তেওঁ কাকো দেখা নেপালেও অন্ততঃ ল'ৰা-ছোৱালী কেইটাৰ 'আই' মাতষাৰ শুনিয়েই বুকু জুৰাইছিল। স্বামী বহু বছৰ ধৰি নগৰত লোকৰ ঘৰৰ ৰান্ধনি। মাটি-বৃত্তি নাই, খোৱাৰ ৰাহি জোৰা নমৰে, ঘৰ-দুৱাৰ ভাগি-ভহৰি গৈছে, ইফালে কাউৰী সোমাই সিফালে ওলাই যাব পাৰে, তথাপি মানুহকেইটা আছিল, কোনোবাইতো কৈছিল, 'তোৰ এদিন সুখ হ'ব অ' দময়ন্তী। তোৰ ল'ৰা-ছোৱালীকেইটা কাম কাজত যেনে, পঢ়া-শুনাতো তেনে।'

তাকে শুনি বুকু জুৰ পৰিছিল। সেই সুখতে অন্ধ দুটা চকুৰ হুতাশ লৈও বুকুৰ যন্ত্ৰণা বুকুতে সামৰি হ'লেও জড়ৰ দৰে বহি নাথাকি উমানে উমানে অ'ৰ কৃটা ত'লৈ নিছিল। উলুপীৰ বাধাও নুশুনিছিল, শাৰদাৰ কথাও নুশুনিছিল, 'হ'ব দেচোন আই, চকুৰে দেখা নাপালোঁ বুলিয়েই কিবা হাত দুখনো হেৰুৱাইছোঁ নেকি? একেবাৰে একো এটাকে নকৰিলেনো বহি বহি কেনেকৈ কটাওঁ?' তথাপি মাকে

কিবা দুখ পাব, ক'ৰবাত পৰি-চৰি যাব বুলি চকু-কাণ থিয় কৰি ৰখা বায়েক ভনীয়েকে মাকক একো চু বকে নিদিছিল। সুৰথে বজাৰত কিবা বেচিবলৈ নি, খেতিৰ সময়ত লোকৰ ঘৰত কাম কৰি, ধান কাটি আৰু উলুপীহঁতে আনৰ ভূঁই ৰুই, নিজৰ বাৰীত শাক-পাচলি ৰুই, তাঁত বৈ কিবা প্ৰকাৰে চলিছিল। সুৰুঙা পালে বিচনাতে বহি বহি অলপ অচৰপ পঢ়িছিল।

সেয়ে সুখ। মনত পৰি মাকে কান্দিছে। বেছি সুখ বুলি কণা গোঁসাইৰ আৰু সহ্য নহ'ল। একেবাৰে বুকুতে বাঘ-কামোৰটো মাৰি সুৰথকে কাঢ়ি নিলা প্ৰভু!

ইব্ৰাহীম ছাৰ সদায় এবাৰকৈ আহি আছে। উলুপীক বুজাইছে। তাই টেষ্ট দিব লাগিব। সব পেপাৰ নিদিলেও ক্ষতি নাই। প্ৰথম দিনাখন দি বাকী কেইদিন নিদিলেও হ'ব। কমিটিক কৈ মেলি তেঁৱেই টেষ্টত এলাউ কৰি দিব।

ছাৰ শাকতলৰ ভাল মানুহৰ এজন। বুঢ়া, মৌলবী মানুহ। উলুপীৰ স্কুলৰ এছিষ্টেণ্ট হেডমাষ্টৰ। হৃদয়ত অপাৰ কৰুণা। সকলোৰে প্ৰতি সমান দৃষ্টি, চেনেহ আৰু আন্তৰিকতা। কাৰো সাতে পাঁচে নাই। ছাত্ৰ-ছাত্ৰীক নিজৰ সন্তানৰ দৰে দেখে।

তেওঁ মূঢ়া এটাত বহি আছে। ওচৰত থিয় হৈ আছে উলুপী। চকুপানীৰে তাইৰ দুই চকু ঢকা। ছাৰক ভালদৰে একো সমিধান দিব পৰা নাই। কেৱল কৈছে 'মই আৰু নপঢ়োঁ ছাৰ। কি হ'ব পঢ়ি-শুনি?'

'মা অ'! সব আল্লা-ভগবানৰ দয়া। তেওঁ তেওঁৰ কাম কৰি গৈছে। তই তোৰ কাম কৰি যা। ফল কিবা এটা হ'ব। শাস্ত্ৰতে দেখোন কৈছে— কামতহে অধিকাৰ, তাৰ ফলত নহয়। মন নাভাঙিবি। নিজৰ ওপৰত বিশ্বাস ৰাখি চল।'

উলুপীয়ে একো ক'ব পৰা নাই। কেৱল ছাৰৰ মুখলৈ চাইছে।

ছাৰে প্ৰেৰণা দিছে, 'একো চিন্তা নকৰিবি। সেই সৰুকালিৰেপৰা তহঁতক দেখা, কোলাত লৈ তহঁতৰ ৰং-ধেমালি চাইছোঁ। তই মাত্ৰ পৰীক্ষাটোত বহ। যি পাৰোঁ সহায় কৰিম। তোক মই বৰ আশা কৰি পঢ়ুৱাইছোঁ। মোৰ সেই আশা ছেদ নকৰিবি, আই।'

চোতালত বন গজিছে। ঘৰ ক'লা পৰিছে। আখল ছাই আৰু ভুহুৰেৰে উধান হৈছে। মৃত্যুৰ ছায়া কঁপি আছে।

ছাৰ গুচি গ'ল। উলুপী মূৰ্তিৰ দৰে একে ঠাইতে থিয় দি আছে। শূন্য দৃষ্টি। সি মৰা দুদিন হ'ল। পেটত ভাত নাই, চকুত টোপনি নাই। মাকৰ মুখ জবাটেঙাৰ দৰে ফুলিছে। শাৰদাই ভোকতে হ'ব পায় দুবাৰো বমি কৰিছে। তথাপি উলুপীয়ে জুহাল, পাগঘৰত ভৰি দিয়া নাই।

বৈকুণ্ঠ এই দুদিন ইয়াতে আছে। পাহিও দুৰাতি ইয়াতে থাকিল। ভাত ঘৰতে ৰান্ধি কুমোৰ হাতত সকলোৰে কাৰণে দি পঠিয়াইছে। বুজনি দি দিও কুমো, পাহি বা বৈকুণ্ঠই মাকক ভাতৰ পাতত বহুৱাব পৰা নাই, উলুপী বা শাৰদাক এগৰাহ ভাত খুৱাব পৰা নাই। সুৰথে সিহঁতৰ ভোক হৰি নিছে।

বৈকুণ্ঠহঁতৰ ঘৰৰপৰা চাৰিঘৰৰ আঁতৰত এইখন ঘৰ। বৈকুণ্ঠই ৰাতি দুয়োখন ঘৰ চাব লাগে। সি সকলো কাম-কাজ বাদ দি ইঘৰ সিঘৰ কৰিছে। কথা নোকোৱাকৈ সি মাথোঁ প্ৰয়োজনীয় কামবোৰ যন্ত্ৰৰ দৰে কৰি গৈছে।

অইনে মাথোন খা-খবৰ লৈ গৈছে বা মাত এষাৰ দিছে। গুচি গৈছে। তাতকৈ বৈকুণ্ঠৰ দায়িত্ব বেছি। সুৰথক সি গাঁৱৰ সকলোতকৈ বেছি ভাল পাইছিল। সুৰথেও। আনন্দ আৰু সুৰথৰ মাজত বন্ধুত্ব আছিল— নিবিড় আৰু ফাঁক নথকা। নীতি, যুক্তি, বিশ্বাস আৰু আদৰ্শৰ ফালৰপৰাও দুয়ো আছিল একে পন্থাৰ। এজনৰ বিপদত আনজন উবুৰি খাই পৰিছিল, এজনৰ সম্পদত আনজনে অতুল আনন্দৰ খোৰাক পাইছিল। কিন্তু দুয়ো কিছুদিনৰ বাবে আঁতৰি যাবলগীয়া হ'ল। সুৰথ ইয়াতে থাকিল। আনন্দ গুৱাহাটীলৈ গ'ল। সুৰথ যাব নোৱৰাৰ কাৰণ হ'ল বৃদ্ধা মাক আৰু গাভৰু ভনীয়েক দুজনী। সি অন্ন নোযোগালে ঘৰ নচলে। কিন্তু আনন্দৰ বাবে বৈকুণ্ঠ আছে, সুৰথ আৰু আনন্দৰ মাজত আৰু এটা ঐক্য আছিল। 'কমিউনিষ্ট মেনিফেষ্টো' দুয়োৰে পঢ়া আছিল আৰু কোনো দলত ভৰ্তি নোহোৱাকৈও সিহঁত দুটাই নীতি আৰু যুক্তিৰ সপক্ষে কাম কৰিছিল। আৰু সেই কাৰণেই সিহঁত দুটাক গাঁৱৰ এটা চামে ঘৃণা আৰু বিদ্বেষৰ চকুৰে চাইছিল। আনহাতে গাঁৱৰ দুখীয়া শ্ৰেণীটোৱে সিহঁতক মনে প্ৰাণে সমৰ্থন কৰিলেও আধিৰ মাটি কাঢ়ি নিয়াৰ ভয়ত মনে মনে থাকিছিল। সুৰথেই আনন্দক কৈছিল, 'তুমি পঢ়া-শুনা শেষ কৰি আহাঁ, ময়ো পৰাখিনি কৰি লওঁ। তাৰ পিছত দুয়ো লগ লাগি কিবা এটা কৰিম।

কৰা আৰু নহ'ল। ককায়েকৰ চিঠি পাই পাগলৰ দৰে হৈ আনন্দ ঘৰলৈ আহিল। আনকি সি তৃণাকো মাত এষাৰ দি আহিবলৈ পাহৰিলে। বন্ধা ভাত বন্ধাতে

এৰি মূৰৰ চুলি নফণিওৱাকৈ কোনো মতে কাপোৰযোৰ গাত সুমুৱাই তলাটো দুৱাৰত ওলোমাই আনন্দই মটৰষ্টেণ্ডলৈ দৌৰ দিলে।

আনন্দই বাহিৰে বাহিৰে উলুপীহঁতৰ ঘৰত সোমাইছিল। সন্ধ্যা লাগি ভাগি গৈছে। চৰাইৰ কিচিৰ-মিচিৰ তল পৰিছে। দুখ আৰু নৈৰাশ্যৰেত বিষন্ন সেই সন্ধ্যাত আনন্দই উলুপীহঁতৰ পদূলিমূৰ পোৱাৰ আগতে এটা সিদ্ধান্ত কৰি লৈছিল— প্ৰয়োজন হ'লে সি তাৰ সৰ্বস্ব দি হ'লেও উলুপীহঁতক অকণমান হাঁহি আৰু প্ৰেৰণাৰ সন্ধান দিব। সিহঁতৰ কাষত থিয় দিব, লগে লগে থাকিব। পঢ়া-শুনা বাদ দি যদি এনে এটা কামত সি গাঁৱলৈ ঘূৰি আহিবও লাগে, তথাপি সি আহিব। উলুপীহঁতৰ সুৰথ মৰিল, কিন্তু সি মৰা নাই। সুৰথ আৰু তাৰ বহু কৰিবলগীয়া কাম আছিল। সি গ'ল। কাম আধৰুৱা হৈয়ে থাকি গ'ল। সুৰথৰ ভবা কামবোৰ কৰি যাব পাৰিলেও আনন্দৰ মনটোৱে শান্তি পাব।

উলুপীৰ মনটোৱে ওচৰত আনন্দকে বিচাৰিছিল। আনন্দৰ এষাৰ সান্ত্বনাবাণী শুনিবলৈকে তাই ছটফটাই আছিল, কিন্তু আনন্দ কাষত থিয় দিয়াৰ লগে শোকত তাই একো ক'ব নোৱৰা হ'ল। আনন্দৰ প্ৰতি ভালপোৱাৰ গভীৰতাত পাৰ হৈছে তাইৰ কৈশোৰৰ উৰণীয়া দিনবোৰ, যৌৱনৰ প্ৰথমটো খোজৰপৰা আনন্দৰ আদৰ্শক অনুসৰণ কৰি তাই অগ্ৰগামী হৈছে নীৰৱে। আনন্দই তাইৰ হৃদয়ৰ কথা পঢ়ি চাইছেনে নাই উলুপীয়ে নাজানে। তথাপি গাঁৱৰ এই আকাশ বতাহ, মাটি-পানীৰ কোমল লাৱণ্যত অনুৰক্ত এক প্ৰদীপ্ত মনে আনন্দৰ মাজত সন্ধান কৰিছে উজ্জীৱনৰ প্ৰতিশ্ৰুতি। মনে মনে, নীৰৱে। কোনো দিনে কোৱা নাই।

উলুপীয়ে একো ক'ব নোৱাৰিলে। আনন্দ কাষত থিয় হ'ল। শাৰদাই আঁতৰি দিলে। মাক বিচনাত পৰিছে। আনন্দই উলুপীক সাৱটি ধৰিলে। হৃদয়ৰ জ্বালা-যন্ত্ৰণা, দুখ-বেদনা মুহূৰ্তৰ বাবে উলুপীয়েপাহৰি পেলাই এক গভীৰ আনন্দত ডুব গ'ল।

'নাকান্দিবি, হাঁহিবলৈ শিক।'—আনন্দই কৈছে।

সুৰথেও একে কথাকে কৈছিল।

'মই তহঁতৰ কাষতে থাকিম।' আনন্দই ক'লে।

উলুপীয়ে সমস্ত আবেগেৰে আনন্দক সাৱটি ধৰিছে। সুৰথেও বাৰে বাৰে একে উক্তিকে কৰিছিল। উলুপীৰ চকু পানী ওলাল। বিষাদ আৰু আনন্দৰ এক মিশ্ৰ অন্তৰ্দ্বন্দ্বত উলুপীয়ে নিজৰ অস্তিত্ব নতুনকৈ উপলব্ধি কৰিলে।

আনন্দ কে'বাদিনো আছিল। আনন্দ ওচৰত থকা কাৰণে হাঁহিব নোৱাৰিলেও উলুপীয়ে মনত জোৰ পাইছিল। তাইৰ ধাৰণা হৈছিল— আনন্দ কাষত থাকিলে তাই অন্ততঃ মৰিব নালাগে। শাৰদাইঁতে, অন্ধ মাকে অকণ হ'লেও বল পাব।

বাপেক হৰিচৰণেও আনন্দক তাকে সুধিছিল, 'মই এতিয়া কি কৰিম বোপা? এই পোৰা কপালখন ক'ত থৈ আই গুচাম?' তেওঁ কথাকেইটা কওঁতে চকুপানী টুকিলে।

আনন্দই বুজিলে— সি যি ক'ব, তাকে সি কৰি দেখুৱাব পাৰিব লাগিব। প্ৰতাৰণা কৰি একো লাভ নাই। তাৰ নিজৰ ঘৰৰ অৱস্থাও বেয়া। বৈকুণ্ঠই সৰ্বশক্তিৰে যুঁজি দুসাঁজ খুৱাই ৰাখিছে। মাটি নোহোৱা কাৰণে বিপদ হৈছে গুৰুতৰ। গাঁৱত যাৰ মাটি-বৃত্তি আছে, সি আধিয়াৰৰ পৰা মাটি কাঢ়ি নিজে বন্ধা-চাকৰ ৰাখি খেতি কৰিছে। মাটিৰ মালিকৰ চিন্তা হৈছে— মাটি ৰক্ষা কৰা। আধিয়াৰক বিশ্বাস কৰিবলৈ এৰি দিছে। ঠিকনা নাই, সুযোগ পালে বা গুৰিত বল দিয়া মানুহ পালে, ছয় নম্বৰ পট্টাত আধি মাটিকে নিজৰ বুলি সুমুৱাই ল'ব পাৰে।

উলুপীৰ দেউতাকক সি ক'লে, 'আপুনি ঘৰতে থাকক। ইইঁতকো চোৱা-মেলা কৰা মানুহ এজন লাগিব। মাটি নাই যেতিয়া অইন কিবা এটা কৰিব লাগিব।' তাৰ পিছত চিন্তা কৰাৰ দৰে সামান্য বৈ আনন্দই ক'লে, 'ঘৰত দুটা পঠা ছাগলী আছে। তাকে বেচি দি গাখীৰৰ বেপাৰ কৰক। সাথীকুছিৰ মলো বেপাৰীক কিছু লাভ লৈ বেচি দিলেও দিনত আঠ দহ টকা ওলাব। কষ্ট অলপ হ'ব, হ'লেও কৰিব লাগিব।'

আনন্দই হৰিচৰণৰ উত্তৰলৈ বাট চালে। সি জানে তাৰ কথা তেওঁ পেলাব নোৱাৰে।

তেওঁ ক'লে, 'তাকে কৰিম। তুমি মাথোঁ দিহা-পৰামৰ্শ দি থাকিবা। দেখিছাই তো—'

তাৰ কেইদিনমান পিছত আনন্দ গুৱাহাটীলৈ গুচি আহিল। অহাৰ আগতে সি হৰিচৰণকে গাখীৰৰ বেপাৰীৰ যাৱতীয় যোগাৰপাতিখিনি কৰি দিলে।

অহাৰ আগদিনা ৰাতি বহুসময় সি উলুপীৰ ওচৰত আছিল। সি কথা কৈছিল, উলুপীয়ে মাথোঁ নীৰৱে শুনি গৈছিল। দুখ, নিৰ্যাতন আৰু অপকিসীম মনোকষ্টৰ প্ৰতিটো মুহূৰ্ত পাৰ কৰি উলুপীয়ে শেষত টেষ্ট পৰীক্ষা দিছিল ইব্ৰাহিম ছাৰৰ কথা ৰাখিবলৈ। সেয়া সম্ভৱ হৈছিল কেৱল আনন্দ ওচৰত থকা বাবে। কি এক নীৰৱ

নিবিড়, নিঃসীম ভালপোৱাত উলুপীৰ মন ভৰি গৈছে যাৰ বাবে তাই ককায়েকৰ মৃত্যুৰ দুঃসহ স্মৃতি মনৰ পৰা ক্ৰমে মচি পেলাবলৈ চেষ্টা কৰিছে? তাই বুজি পোৱা নাই।

'মই আৰু গুৱাহাটীলৈ ঘূৰি নাযাম বুলিয়েই একপ্ৰকাৰ ঠিক কৰিছিলোঁ।' আনন্দই উলুপীৰ ফালে চাই কৈছিল। তাৰ কণ্ঠত ফুটি উঠিছিল এনে এক বিষণ্ণ অৱসাদ যিটোৱে মুহূৰ্ততে উলুপীৰ বুকু ভেদ কৰি গ'ল। অলপ আচৰিত হোৱাৰ দৰে তাই তাৰ কিছু ওচৰ চাপি গ'ল।

আনন্দই কণ্ঠত মৌন নিৰ্বেদ সানি ক'লে, 'তইতো নিজেই সব দেখি আছ। ককাইদেউৰ খাটি খাটি এই দুৰৱস্থা হ'ল। তেজ পানী কৰিলেও পেটে-ভাতে নোজোৰে। বাইদেউৰ মুখখনলৈ চাব নোৱাৰি। দেউতাৰ হ'ল এই। নিজৰ বুলিবলৈ একঠা মাটি নাই, কেৱল সিধু জেঠা বা ঘেঁটু কবিৰাজহঁতৰ মুখ চাই থাকিব লাগে আৰু শেষত তহঁতৰ হ'ল এই। মই কেনেকৈ পঢ়োঁ, ক?'

উলুপীয়ে কান্দি পেলালে। কিন্তু আনন্দৰ চকুৱে মুখে ফুটি উঠিল এক জটিল অভ্ৰসদৃশ কাঠিন্য। সি যেন বিশেষ কিবা এটা ব্যৱস্থাৰ বিৰুদ্ধে চৰম দ্ৰোহ আচৰণ কৰিছে।

'এনে অৱস্থাত মই তহঁতৰ ওচৰত নাথাকিলে কেনেকৈ হ'ব? ককাইদেৱে অকলে কিমান কৰিব? মোৰোতো এটা কৰ্তব্য আছে।' আনন্দই ক'লে। ইতিমধ্যে উলুপীয়ে চকুপানী মচি পেলাইছে। সহজ আনন্দত তাইৰ অশ্ৰুসিক্ত দুনয়ন তিৰ্‌বিৰাইছে, কাৰণ তাই গভীৰতমভাৱে বুজি পাইছে এই মানুহজন চিৰকাল তাইৰ ওচৰত থাকিব, আনকি মৃত্যুৰ পিছতো। এয়ে হয়তো মানুহজনৰ নবীন ধানৰ মঞ্জৰীৰ দৰে পবিত্ৰ ভালপোৱা।

তথাপি তাই ক'লে, 'এটা বছৰ থাকিলে তুমি এম. এ. টো পাছ কৰিব পাৰিবা। সেইটো আধাডুখৰীয়া নকৰিলেই ভাল হ'ব নেকি? অৱশ্যে মোতকৈ সকলো কথা তুমি ভালকৈ বুজি পাবা। তুমি তো জানাই দেখোন— শ্ৰম তোমাৰ সহায়ক, কিন্তু অৰ্থ তোমাৰ ভেটি।'

আনন্দই উলুপীৰ কথা বুজি পালে। তাই বিচাৰিছে শিক্ষা পূৰাকৈ শেষ কৰিব পাৰিলে সি এটা ভাল চাকৰি পাব পাৰে। টকা নাথাকিলে কেৱল কথাৰ ফুলজাৰি মাৰি ইটো কৰিম সিটো কৰিম বুলিলে আত্মপ্ৰতাৰণা কৰা হ'ব, অৱস্থাৰ

উন্নতি নহয়। বিশেষকৈ সিইঁতৰ দৰে ভূমিহীনবোৰৰ। চৰকাৰে ভূমিহীনক ভূমি দান দিব বিচাৰিছে, কিন্তু সেয়া সুদূৰপৰাহত স্বপ্ন। দিলেই বা, দিবনো কিমান? প্ৰয়োজন যে দানতকৈ বহু বেছি।

ইচ্ছা কৰিয়েই আনন্দই সুৰথৰ কথা নুলিয়ালে। তাৰ লগত আগৰ মাহৰ দৰ্মহাৰ টকা পঞ্চাছটা আছিল। তেজপাৰ স্কুলৰ শিক্ষকতা কৰি সি মাত্ৰ ১২৫ টকা পায়। বছৰৰ শেহত পোৱা বৃত্তিৰ টকাখিনি মিলাই সি কোনোমতে এম.এ. পঢ়াৰ খৰচ উলিয়াইছে। মাজে মাজে সি ইচ্ছা কৰিয়েই ককায়েকে নজনাকৈ নবৌয়েকৰ হাতত ধৰলৈ আহিলেই দহ-বিছ টকা দি যায়। এইবাৰ নোৱাৰিব। উলুপীইতে নিঃসম্বল। এটা পইচাও হাতত নাই। পঠাটো বেচি পোৱা টকা আধাটাবে তাইৰ বাপেকক সি গাধীৰ লোৱাৰ ব্যৱস্থা কৰি দিছে। এদিনতেতো আক লাভ নহয়। সেই টকাকেইটা এনেয়ে ভাণ্ডি খালে কেইদিন যাব?

টকা ত্ৰিছটা উলিয়াই সি উলুপীৰ হাতত দি ক'লে 'হোঁ, ল।'

'কি?'

'মোৰ লগত অলপ কেইটামান টকাহে আছিল। তাৰে ত্ৰিছটা টকা দি গ'লোঁ। কোনোমতে চলিবি। মই সোনকালে কিবা এটা কৰিম। এতিয়া যাওঁ দে। ৰাতিও হ'ল।' কৈয়েই আনন্দ উঠিল। সি উলুপীৰ মাক দেউতাকক মাত এষাৰ লগালে। হাঁহি-অভ্যৰ্থনা নাই, মানুহজনীয়ে কেৱল কান্দিলে। সান্ত্বনা দিবলৈ আনন্দৰ কোনো ভাষা মনত নপৰিল। সি ঘৰটোৰ পৰা নীৰৱে ওলাই আহিল। শাকলা চোতালত আছিল। সি তাইকো 'আহোঁ, মন মাৰি নাথাকিবি' বুলি কৈ চোতাল পাৰ হ'ল।

পদূলি পালে। ঘূৰি চাই দেখে উলুপী নিঃশব্দে পিছে পিছে আহি আছে।

সি ৰ'ল। অন্ধকাৰত উলুপীক সি এক অশৰীৰী অস্তিত্ব যেন অনুভৱ কৰিলে। সুধিলে, 'কিবা ক'বি?'

বকুলৰ তলসৰা ফুলৰ গোন্ধে আনন্দক খুব সুখী কৰি তুলিলে। আগবাঢ়ি আহি উলুপী তাৰ ওচৰত নিঃশব্দে থিয় দি থাকিল। আনন্দই তাৰ সমগ্ৰ অস্তিত্ব পৰশি যোৱাকৈ অনুভৱ কৰিলে উলুপীৰ দীৰ্ঘ উশাহৰ নিবিড় ভালপোৱা।

'আকৌ কেতিয়া আহিবা?' তাই গুন-গুনকৈ সুধিলে।

—তাইৰ পুতবিটো সৌহাতৰ তৰ্জনীৰে স্পৰ্শ কৰি গভ আবেগৰ সৌন্দৰ্যৰে আনন্দই উলুপীক আশ্বাস দিলে, 'মই তোৰ লগতে আছোঁ।' তাৰ পিছত সি নভলা

পাৰ হৈ আহিল। আকৌ এবাৰ পিছলৈ ঘূৰি চালে। নিশ্চিদ্র অন্ধকাৰতো সি উলুপীক তাৰ ফালে একান্তভাৱে চাই থকা দেখিলে।



— প্ৰিয় পঢ়ুৱৈ, এই কাহিনী কৈ যাওঁতে মই কোনো ধৰাবন্ধা ক্ৰম ৰাখি যাব পৰা নাই। ঘটনাবোৰ লানি নিছিগা পকৰাৰ দৰে এনেকৈ ঘটি গৈছে যে এটাৰ গাত আশ্ৰয় কৰি আনটোৱে দিশ লৈছে। যদি কিবা ক্ৰম অনুসাৰে কৈ যাব লাগিছিলো, মই পৰা নাই। মোৰ এই দুৰ্বলতা ক্ষমা কৰিব। আহক, আমি আকৌ সেই সন্ধিয়াটোলৈ ঘূৰি যাওঁ— যেতিয়া ঠিক পাহিয়ে শহুৰেকৰ কোঠাত চাকি জ্বলাই উঠিছে।

পাহিৰ চাকি জ্বলোৱা শেষ হ'ল, ধূনা দিয়াও হ'ল। তাই শহুৰেকৰ বিচনাৰ কাষত থিয় দিলে। বৰ কষ্ট হৈছে মানুহজনৰ। বিশেষ খাব ল'ব নোৱাৰে, ওকালি আহে। বিশেষ কাৰো লগত মাত-বোল কৰিবলৈও নিবিচাৰে। খুব প্ৰয়োজনতহে ধৰি ধৰি ওচৰৰ পাইখানাটোলৈ যায়। গা ধুব খুজিলে জৰা বা কুমোই ধুৱাই দিয়ে। দুঘটি পানী ঢালিলেই অস্বস্তি বোধ কৰে। ঘাবোৰত ধৰে। ৰাতি প্ৰায় একো নাখায়।

তেওঁ পোহৰলৈও ভয় কৰা হ'ল। সন্ধিয়া চাকি নজ্বলালেই ভাল পায়। নিঃসংগতা তেওঁৰ পৰম প্ৰিয়। কেতিয়াবা মন গ'লে বেৰত বগাই ফুৰা মকৰা,

জেঠী আদিৰ লগত কথা পাতে। সেইবোৰ কথাৰ কোনো অৰ্থ নাই। কেতিয়াবা দেখে মৃত্যুৰ সপোন। ছোঁ মাৰি সৰবৰণৰা এজন দেৱদূত যেন নামি আহিছে আৰু একে কোবে তেওঁক মৰ্ত্যভূমিৰপৰা তুলি নি স্বৰ্গৰ দুৱাৰত নমাই দিছে। আঃ, এই যন্ত্ৰণাৰ উৰ্দ্ধত কি যে অপাৰ নিৰ্মল আনন্দ!

লোকজনৰ সংশ্ৰৱ তেওঁ ত্যাগ কৰিছে। অকলে থকাত এটা সুকীয়া আনন্দ আছে। কেতিয়াবা বাপুকণ বা মথুৰ কোঠাটোলৈ সোমাই আহিলে তেওঁ জানি শুনি চকু দুটা মুদি দিয়ে— যাতে সিহঁতে তেওঁক টোপনিত থকা বুলি ভাবি ততালিকে আঁতৰি যায়। বৈকুণ্ঠই সময়ে অসময়ে শুনিবলৈ পায় লোকে, 'পিতা, কেনে পাইছ?'

তেওঁ এটা উত্তৰ মুখস্থ কৰি ৰাখিছে, 'ভালেই আছো দে'। তাৰ পিছত খেতি-বাতিৰ খবৰ ল'বলৈ বুলি সুধিছে, 'পথাৰৰ কাম চলিছেনে?' তাৰ পিছত সংসাৰৰ খবৰ ল'বলৈ চেষ্টা কৰিছে, 'আলাবাপু, তোৰ বৰ কষ্ট হৈছে নহয়?' কিন্তু ইতিমধ্যেই বৈকুণ্ঠই বুজি পাইছে যে তেওঁ গোপনে কান্দিছে। পথাৰৰ কথা, ঘৰৰ খবৰ কৈ বৈকুণ্ঠ লাহে লাহে ওলাই আহে।

কুমোক বুঢ়াই মৰম কৰিছিল সকলোতকৈ বেছিকৈ। ঘৰ ধুমধামেৰে মাটি বন্ধকত থৈ হ'লেও সালংকৃতা কৰি কুমোক স্বামীৰ ঘৰলৈ উলিয়াই দিছিল। স্বভাৱে চৰিত্ৰই ল'ৰাটোও ভাল। মাটি সম্পত্তি আছে, আৰ্জি খাব পাৰিব। তেনে মতে নহ'ল। মথুৰ গৰ্ভত থাকোঁতেই সন্নিপাত জ্বৰত কুমোৰ স্বামী সিফলীয়া হ'ল। মথুৰৰ জন্ম হোৱাৰ পিছত স্বামীৰ মাহীমাকে তেওঁৰ প্ৰকৃত চৰিত্ৰৰ পৰিচয় দিলে। অবালচন্দ সেই তিৰোতা গৰাকীৰ উৎপীড়নত স্বামীঘৰ জলাঞ্জলি দি কুমো গুচি আহিল। মথুৰকো লগতে আনিলে।

'বৰ দুখ তাইৰ, বৰ কষ্ট', বুঢ়াই ভাবে। পিছে পাহি আছে যেতিয়া তেওঁৰ কোনো দুশ্চিন্তা নাই। পাহিৰ দৰে বোৱাৰী এজনী যিখন ঘৰত আছে, সেইখন ঘৰত অন্ততঃ লক্ষ্মী থাকিব। বৈকুণ্ঠই যেনেকৈ দুহাতে আঁজুৰি জীৱিকা উলিয়াইছে, ঠিক তেনেকৈ পাহিয়ে দিন-ৰাতি পৰিশ্ৰম কৰি ঘৰ ৰক্ষা কৰিছে। পাহিৰ প্ৰতি বুঢ়াৰ মৰম যিমান আছে, কৃতজ্ঞতা তাতকৈ বহু বেছি। ভাগ্যৰ বলত তেওঁ পাহিৰ নিচিনা বোৱাৰী পাইছে। নহ'লে এই ঘৰ যে কিমান তলিলৈকে ডুবিলহেঁতেন ইয়ত্তা নাই। প্ৰথমতে তেওঁ পাহিক বৈকুণ্ঠলৈ আনিবলৈ বিচৰাই নাছিল, আনকি দুৰ্যোৰ আপত্তিকে কৰিছিল। দুখীয়া দৰিদ্ৰ হ'লেওতো বংশ বুলি এটা কথা আছে। তেওঁ গোপী ওস্তাদৰ

বংশৰ মানুহ। আজিও এই বংশৰ মানুহ বুলিহে দহজনে তেওঁক জানে। বংশৰ নাম ডুবাব পাৰিবনে?

পাহিৰ কোনো নাই। পাহিৰ বংশ পৰিচয় নাই। পাহি অজ্ঞাতকুলশীল।

গোবিন্দপুৰত ঘনকান্তৰ সখিয়েকৰ ঘৰ। এতিয়া সখিয়েক আৰু তেওঁৰ পৰিবাৰ ঢুকাইছে বাবেহে দুয়োখন ঘৰৰ মাজত বিশেষ যোগাযোগ নাই। আগতে উজানত পাগলাদিয়াত মাছ দুটামান সৰহকৈ মাৰিব পাৰিলেই ইজন সখিয়ে সিজনৰ ঘৰলৈ দৌৰিছিল। আঠ মাইল বাট একে উশাহৰ বাট যেন আছিল। বাৰীৰ শাক-পাচলি, ন-ধান, খেতিৰ গুড় ওলালেই ইজনে সিজনলৈ বুলি টোপোলা বান্ধিছিল। বন্ধুত্ব আছিল নদীৰ সোঁতাৰ দৰেই প্ৰবহমান। বহমান আছিল অস্তিত্ব-স্ৰোত। তাত কোনো অসূয়া-অপ্ৰীতিৰ স্থান নাছিল।

সখিয়েক অনাথিৰ অৱস্থা ভালেই আছিল বুলি ক'ব পাৰি। খেতিৰ মাটি থকাৰ লগতে সৰহীয়াকৈ খেৰণি আছিল। ডাঙৰ ডাঙৰ দুখন পাণ-তামোলৰ ভৰপূৰ বাৰী আছিল।

অনাথি পৰিশ্ৰমী মানুহ। তেওঁ কোবেৰেই ৰাস্তাৰ অগম্য জংঘল চাফা কৰি একচনীয়া পট্টাৰ মাটিত খেতি কৰিবলৈ লৈছিল। ঘৈণীয়েকেও প্ৰচুৰ পৰিশ্ৰম কৰিছিল। অনাথিহঁত লাহীদলৰ চুবুৰীয়া গাওঁ শেতেলীতলৰ মানুহ; কিন্তু ৰাস্তাত সোণ বুটলিব পাৰি বুলি শুনি পাম কৰি অস্থায়ী ঘৰ-দুৱাৰ সজাৰ এবছৰমানৰ পিছতে তেওঁ গতি মতি সুবিধাজনক দেখি সপৰিয়ালে গোবিন্দপুৰলৈ নিগাজীকৈ উঠি গ'ল। তেতিয়াও আনকি গোবিন্দপুৰ নামটো চালু হোৱাই নাছিল। সংগ্ৰামী এচাম মানুহে শেষত গোবিন্দপুৰৰ পত্তন কৰিছিল।

এদিনৰ কথা। ভৰ দুপৰীয়া। জেঠ মাহৰ প্ৰখৰ ৰ'দত পৃথিৱী চিৰাচিৰ হোৱাৰ দৰে অৱস্থা। অনাথিয়ে চাৰি এখন পাৰি পদূলিৰ বটগছ জোপাৰ তলতে শুই আছিল।

হঠাৎ কিবা এটা করুণ গেঙনিৰ শব্দই তেওঁৰ চিলমিলীয়া টোপনি ভাঙি দিলে। বাটলৈ চাই দেখে হাড়চাল ওলোৱা তিৰোতা এজনী মাটিত পৰি আছে। হয়তো কিবা যন্ত্ৰণাত তাই কেঁকাইছে।

অনাথিৰ পৰিবাৰে চোতালৰ এচুকত মাহ জাৰি আছিল। তেৱোঁ আগবাঢ়ি আহিল গিৰিয়েকক দেখি।

অনাথিয়ে একো বুজা নাছিল বা কি কৰা ভাল হ'ব তাকো ঠাৱৰ কৰিব পৰা নাছিল। তেওঁ মাত্ৰ মানুহজনীয়ে দীঘল দীঘলকৈ উশাহ লোৱা দেখিছিল। ইতিমধ্যে মানুহজনীৰ চকু দুটা আধা জাপ খাই আহিছে।

'কি হ'ল' বুলি পদূলিমুখ পাই ওচৰৰপৰা মানুহজনীক চাই অনাথিৰ পৰিবাৰে কিবা এটা যেন বুজি পালে। গধীৰ তিৰোতা, গাৰ কাপোৰ মলিয়ন, ফটা-ছিটা, অতিশয় দুৰ্বল; কিন্তু অনাথিৰ পৰিবাৰে তাইৰ পেটটো ফুলি উঠা যেন দেখি, অসম্ভৱ ধৰণে তল-ওপৰ কৰি থকা দেখি, তিৰোতাজনীৰ অৱস্থাটো নিমিষতে অনুমান কৰিব পাৰিলে। তিৰোতাজনীক ভিক্ষাৰিণী যেনো নালাগে।

গিৰিয়েকে অৱস্থাটো আয়ত্ত কৰিব নোৱাৰি তেওঁৰ মুখলৈ চাই আছে।

'কি চাই আছে? ধৰক। সন্তান হোৱাৰ লক্ষণ।' পৰিবাৰৰ কথাত আৰু বাক্য ব্যয় নকৰি অনাথিয়ে তিৰোতাজনীক মূৰৰ ফালে ধৰিলে, ঘৈণীয়েকে খুব সাৱধানে ভৰি দুখনত ধৰিলে আৰু সযতনে অৰ্ধচেতন মানুহজনীক দাঙি আনি চোতালত শুৱাই দিলে। অৱস্থা বুজি ঘৈণীয়েকৰ নিৰ্দেশত অনাথিয়ে হোলোঙা পুতি দুখন চাদৰ বান্ধি অকণমান আবুৰ কৰি মানুহজনীক আনৰ দৃষ্টিৰপৰা আঁতৰত ৰাখিলে। ইতিমধ্যে ওচৰৰ দুই এজন মানুহ আহি চোতালত সমবেত হৈছে।

ছোৱালী এজনীৰ জন্ম দি মানুহজনীয়ে শেষ নিশ্বাস ত্যাগ কৰিলে।

তাৰ পিছত আৰু বহু সৰু সৰু ঘটনা ঘটিছে। সেইবোৰ থক। অনাথিয়ে ছোৱালীজনীক নিজৰ লগতে ৰাখিলে। বহুতে বেয়া পাইছিল, সন্তানহীন কাৰোবাক দি দিবলৈও উপদেশ দিছিল। তেওঁ নিদিলে। পৰিবাৰেও দিব নুখুজিলে।

মানুহজনীক অনাথিয়ে নিয়ম মতেই সৎকাৰ কৰিছিল।

পিছত অনাথিয়ে মানুহজনীৰ সম্ভাব্য ঠিকনা সম্বন্ধে খবৰ কৰিও একো উৱাদিহ নাপালে।

তেওঁৰ ল'ৰা আৰু ছোৱালীয়ে কথাটো ভাল পোৱা নাছিল। কিন্তু মাক-দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে যাব নোৱাৰিলে।

এই ছোৱালীজনী পাহি। পাহিৰ শৈশৱ আৰু কৈশোৰৰ কথা, কাহিনী মই শুনাব নোখোজো। কেতিয়াবা শুনাম। কিন্তু এটা কথা ঠিক— যেতিয়ালৈকে অনাথি আৰু তেওঁৰ পৰিবাৰ বাচি আছিল, পাহিৰ মূৰৰ ওপৰত এখন আকাশ আছিল। তেওঁলোকৰ মৃত্যুৰ লগে লগে সেই আকাশখন খহি তাইৰ মূৰতে পৰিল। মাক দেউতাক বুলি মানি চলা অনাথি আৰু তেওঁৰ পৰিবাৰে তাইক যি মৰম বেথাৰ ছাঁয়াৰে আবৰি ৰাখিছিল, সেই মৰম বেথা তাই ককায়েক বাইদেউ বুলি সন্মান দি অহা অনাথিৰ পুতেক জীয়েকহঁতৰ পৰা তেওঁলোকৰ মৃত্যুৰ পিছত আৰু নাপালে। সকলোৰে দৃষ্টিত এটা কথাই ধৰা পৰিল— হয় তাই এটা বোজা, নহয় এটা গলগ্ৰহ। কিন্তু এইখন ঘৰত বাদে পাহিৰ আৰু কোনো আশ্ৰয় নাই। শেষ আশ্ৰয় অৱশ্যে এটা আছে। পা-গ-লা-মি-স্থা। পাহিয়ে বহুবাৰ সিদ্ধান্ত লৈও সেইটো কৰিব পৰা নাই। জীৱনৰ মোহে পাহিক টানি আছে প্ৰতি মুহূৰ্ততে। ইমান সুন্দৰ জীৱন এটা তাই কি কাৰণত বিসৰ্জন দিব ইমান নিৰ্মম, নিকৰুণভাৱে?

ঘনকান্তৰ ঘৰখনে পাহি নামৰ ছোৱালীজনীৰ কথা সকলো জানিছিল। বৈকুণ্ঠ আৰু আনন্দইও পাহিক দুবাৰ দেখা পাইছিল। অইনৰ নহ'লেও আনন্দৰ বিশেষকৈ পাহিৰ প্ৰতি আন্তৰিক চেনেহ আছিল।

শেষত ঘৰত যেতিয়া বৈকুণ্ঠৰ বিয়াৰ কথা ঘুনুক-ঘানাককৈ ওলাবলৈ ধৰিলে, আনন্দই স্পষ্টভাৱে দেউতাকক তাৰ কথা ক'লে, 'পিতা, ককাইদেউৰ বাবে তোমালোকে হয়তো বহু ঠাইত বহু ছোৱালী পাবা, কিন্তু মোৰ মতে তাৰ যোগ্য ছোৱালী এজনীয়েই আছে।'

দেউতাকে মলা ধপাত খাই চোতালত বেতৰ মূঢ়া এটাত বহি আছিল। তেওঁৰ কাষে কাষে ঘৰৰ বাকীবোৰ। দেউতাকে আনন্দৰ কথা শুনি হাঁহি এটা মাৰি সুধিলে, 'কোন কচোন।'

'পাহি।' নিঃসঙ্কোচে আনন্দই উত্তৰ দিছিল। বৈকুণ্ঠই কিন্তু পাহিক দেখিছিল যদিও পাহিকে বিয়া কৰোৱাৰ কথা তেনেকৈ ভবা নাছিল। পাহিৰ ৰূপো আছে, গুণো আছে বুলি সি শুনিছে, সেইবুলি—

ইতিমধ্যে মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছে। দেউতাক, মাকৰ মুখ ক'লা হৈ গৈছে। তেওঁলোকে একো উত্তৰ দিব পৰা নাই। বৈকুণ্ঠ দোধোৰ-মোধোৰত পৰিছে। আনন্দৰ এই প্ৰস্তাৱত বৈকুণ্ঠই তালো মিলাব পৰা নাই, নিজকে স্বাভাৱিকো কৰি

তুলিব পৰা নাই। এবাৰ ভাবিছে— বিয়া কৰাবলৈ ছোৱালী এজনীহে লাগে, তাইৰ বংশ লৈ, পৰিচয় লৈ কি কথা? পাহি হ'লেও আপত্তি নাই। হঠাৎ মনৰ গতি উন্টাফালে ঘূৰিছে। সি জানো মাক দেউতাকক অসুখী কৰিব পাৰিব? তেওঁলোকৰ মুখত ফুটি উঠা অভিব্যক্তিয়ে কৈ দিছে— পাহিক তেওঁলোকে বোৱাৰী হিচাপে বিচৰা নাই। হঠাতে আনন্দই যে আগ পিছ নভবা-নিচিন্তাকৈ কি কৈ দিলে। বৈকুণ্ঠ অথাই সাগৰত পৰিল। আনন্দক সি প্ৰাণতকৈও বেছি ভাল পায়। আনন্দৰ আদৰ্শত ভেজাল নাই। তাৰ সকলতাত বৈকুণ্ঠৰ কোনো সন্দেহ নাই।

আনন্দ কিন্তু জিকিল। সি ককায়েকক সাৱটি ধৰিলে, বহু তৰ্ক-বিতৰ্কৰ পিছত মানৱতাৰ দাবীয়ে মন কোমলাই পেলালে। দেউতাক মান্তি হ'ল। আনন্দক তেওঁও কোনো ক্ষেত্ৰতে অস্বীকাৰ কৰিব পৰা নাই। তেওঁ আনন্দক, তাৰ স্পষ্টবাদী নিৰপেক্ষ যুক্তিক গুৰুত্ব আৰু মূল্য দিবলৈ শিকিছে।

বিয়া হৈ গ'ল। বিয়াত ধুমধাম নহ'লেও বেছ ভালভাৱেই বিয়া পাৰ হ'ল। পাহি আৰু বৈকুণ্ঠ হোমৰ জুইৰ কাষত বহিল, মন্ত্ৰ আওৰালে, নবীন জীৱনৰ অঙ্গীকাৰেৰে দীক্ষিত হ'ল। সামাজিক বিবাদত লাগি বহু মানুহ বিয়ালৈ নাহিল। গাঁৱত আৰু খেল ফালিল। বৈকুণ্ঠই জাত-কুল নোহোৱা এজনী ছোৱালীক বিয়া কৰাই সমাজত কলংক আনিছে— এই অপৰাধত বহু মানুহে বিয়া ঘৰত ভৰি নিদিলে। জোৰোণৰ দিনাখন আবেলিবে পৰা গাঁৱত এটা অহেতুক হুলস্থূল লাগি গ'ল। ঘনকান্তই বিয়াৰ কাম-কাজ কৰিবলৈ তিনিওটা চুবাৰ মানুহকে 'তেলৰ ভাৰ'ৰ দুদিন আগতেই তেওঁৰ ঘৰত এপাক হ'লেও দেখা দিবলৈ অনুৰোধ কৰিছিল। তাৰে কিছুমান আহিল, কিছুমানে উজুটি খালে। বামুণপকৰ মহজনমানে ঘনকান্তই দণ্ড দিলেহে বিয়ালৈ যাব বুলি প্ৰকাশ্যে ঘোষণা কৰিলে। বিশেষ দূতৰদ্বাৰা ঘনকান্তৰ ওচৰত এই দাবী পেচ কৰা হ'ল।

ঘনকান্তই এনেকুৱা হ'ব বুলি আগতেই জানিছিল। কিন্তু তেওঁৰ চৰিত্ৰৰ এটা বিশেষত্ব হ'ল— প্ৰাৰব্ধম উত্তমজনাঃ ন পৰিত্যজন্তি। যি কাম কৰিবলৈ তেওঁ এবাৰ হাতত লৈছে, তাক তেওঁ শেষ নকৰাকৈ নেৰে। পাহিক বৈকুণ্ঠলৈ অনাৰ মন প্ৰথমতে তেওঁৰ নাছিল, কিন্তু শেষত তেওঁ দেখিয়া বুজি উঠিল যে এই কামটো কৰা ভাল, এই কাম কৰিলেহে মানৱতাৰ ভিত্তিভূমিত আচল সামাজিক দায়িত্ব পালন কৰা হ'ব— তেওঁ আৰু পিছলৈ উভতি চোৱাৰ প্ৰয়োজন বোধ নকৰিলে।

ৰবং ভিতৰি ভিতৰি তেওঁ এটা জেদ অনুভৱ কৰিলে। এই জেদত জয়লাভ কৰিব পাৰিলেহে যেন তেওঁ প্ৰকৃত আনন্দ পাব। এই বিয়ালৈ যদি গাঁৱৰ নিমন্ত্ৰিত কোনো মানুহো নাহে, নাহক। তেওঁৰ আপত্তি, দুখ বা আফচোচ নাই।

দূতক তেওঁ ওভোতাই পঠিয়ালে। দণ্ড দিয়া নহয়। তেওঁ একো পাপ কাম কৰা নাই। তেওঁ এজনী অনাথ ছোৱালীৰ জীৱনত অকণমান হাঁহি সিঁচি দিব বিচাৰিছে, সেই পথ এতিয়া এই মুহূৰ্তত তেওঁ বন্ধ কৰি দিব কোনো মতে নোৱাৰে।

অৱশেষত দেখা গ'ল— বহু মানুহেই তেওঁক সমৰ্থন জনাই বিয়া খাবলৈ আহিছে। লাগি-ভাগি বিয়াখন সুকলমে পাৰ কৰি দিয়াত সহায়-সাহায্য কৰিছে।

সেই মানুহজনৰ আজি শেষ অৱস্থা। তথাপি তেওঁৰ সেই মনোবল অটুট আছে। তেওঁ কাৰো ওচৰত নতি স্বীকাৰ কৰা নাই। তেওঁৰ পুতেকেও কৰা নাই। বৈকুণ্ঠইও দণ্ড দি সমাজৰ লগত মিলিব বিচৰা নাই, কাৰণ তেনে কৰিলে এই মানুহজনক অপমান কৰা হ'ব।

কোঠাটোত ধূনাৰ বাটিটো ঘূৰাই থাকোঁতে পাহিৰ সেইবোৰ কথা মনত পৰিছে। সেই দিনবোৰৰ কথা— যেতিয়া তাই অসম্ভৱ ত্যাগ স্বীকাৰ কৰিও সকলোকে সুখ দিবলৈ গৈ ৰবং ব্যৰ্থ হৈছিল। বিয়াৰ আগৰ কথা। যৌৱনৰ প্ৰথম বসন্তটোত তাইৰ কলিজা শাণিত যন্ত্ৰণাই ৰক্তাক্ত, ক্ষত-বিক্ষত কৰিছিল। ককায়েক কেইটা একপ্ৰকাৰ ভালেই আছিল, আলেঙে আলেঙে তাইক মৰমো কৰিছিল। তাইৰ প্ৰয়োজনলৈও চকু দিছিল। কিন্তু ননদ আৰু নবৌৱেকহঁতে তাইক ঘৰ-শত্ৰু বিভীষণ বুলিহে ভাবিছিল। হুটা মাতত বাহিৰে তাই একো পোৱা নাছিল বা ৰাতি পুৱাৰে পৰা ৰাতি এপৰলৈকে ক্লান্তিত শৰীৰ ভাঙি পৰাকৈ কাম কৰিলেও তেওঁলোকে তাইক বহি খোৱা বুলিহে খুঁত ধৰিছিল। আচল কথা ক'ৰবাত, পাহি কাৰো কোনো নহয়— এই ভাব। দুবেলা খুৱাবলগীয়া হৈছে, পিন্ধিবলৈ কাপোৰ দিবলগীয়া হৈছে— এইবোৰ অযথা খৰচ। কি ঠিক, এদিনতো বিয়াও দিব লাগিব। তাতো অচেল খৰচ লাগিব। কি দৰ্কাৰ – এনেবোৰ অলাগতিয়াল খৰচ কৰাৰ? গতিকে আপদ বিদায় হ'লেই ভাল। মৰি-চৰিনো নাযায় কেলেই? ক'ৰ বা জাৰজ ছোৱালী! নাই মাকৰ ঠিক, নাই বাপেকৰ ঠিকনা, নাই বংশৰ চিন— কোনে পোহে এই আপদভালক? বিয়া দিব লাগিলেতো এসোপা লগত দিবই লাগিব। কোনে দিব বনৰীজনীক? আৰুবা কি লেঠা লগায়? যিহে জন্মৰ কাণ্ড, ক'ৰবাত কাৰোবাৰ

লগত গণ্ডগোল নলগালেহে ৰক্ষা! বিপদ আহিলে কিবা অকলে আহিবনে? বংশৰ সুনাম টিকি থাকিলেহে ৰক্ষা। পাহিক অকণমান মৰমৰ চকুৰে চায় বুলিয়েই দুই নবৌয়েকে ককায়েক দুজনক হেনস্থা কৰিবলৈ একোকে বাকী নাৰাখে।

কিন্তু বৈকুণ্ঠই যেতিয়া পাহিক বিয়া কৰিবলৈ ওলাল, নবৌয়েক, ননদৰ চকু কপালত উঠিল। কি কথাৰে বাবা! হৰিণাইও দেখোন বাঘৰ ছাল চেলেকিবলৈ ল'লে। পাহিৰ সৌভাগ্যই ননদইতৰ মনত ঈৰ্ষাৰ দাবাগ্নি জ্বলাই তুলিলে। অন্য পথ নাই কাৰণে ঈৰ্ষাৰ জুই জ্বলোৱা হ'ল পৰোক্ষ নিৰ্যাতনেৰে। আৰু প্ৰিয় পঢ়ুৱৈ, আমাৰ এই পাহিয়ে বিনা অশ্ৰুপাতে হাঁহিমুখে সকলো সহি, বিয়াৰ পিছদিনা সকলোকে প্ৰণাম কৰি আবেগ আকুল হৃদয়েৰে আনন্দাশ্ৰু বোৱাই বৈকুণ্ঠৰ ঘৰ পালে।

ডাঙৰটো ককায়েকে কাণত এযোৰ কাণফুল দিছিল। সৰুটোৱে দিছিল এডাল ডিঙিৰ চেইন আৰু এযোৰ কাপোৰ। বিয়াৰ বস্তু সেইখিনিয়েই। আনকি সাধাৰণ এটা টিনৰ ছুটকেছো পাহিৰ লগত দিয়া নহ'ল। পাহিৰ দুখ লগা নাছিল, কিন্তু পাহিৰ খুব বেছিকৈ মনত পৰিছিল মাক-দেউতাকলৈ। শোকে বুকুখন খুন্দা মাৰি ধৰিছিল। তেওঁলোক বাচি থকা হ'লে পাহিয়ে একো নাপালেও আশীৰ্বাদ পালেহেঁতেন। তথাপি শূন্যতে দুয়ো হাত তুলি সেই দিনা পাহিয়ে আশীৰ্বাদ বিচাৰিছিল— 'মোক বাচি থাকিবলৈ শক্তি দিয়া।'

আজি পাহিয়ে সেই একেটা প্ৰাৰ্থনাকে কৰিছে— 'আমাক বাচি থাকিবলৈ শক্তি দিয়া।' তাই শহুৰেকৰ চাংখনৰ ওচৰত থিয় দিছে। চাই আছে টোপনিত অৰ্ধ-নিমগ্ন নিঃসাৰপ্ৰায় চকুহাললৈ। একে থিৰে ভাবিছে। শোকত তাই একো ক'ব নোৱৰা হৈছে। শহুৰেকৰ বিধ্বস্ত শৰীৰটোলৈ চাই চাই হৃদয়ত যি অসীম যন্ত্ৰণা পাহিয়ে অনুভব কৰিছে, সেই যন্ত্ৰণা যে তাইৰ শৈশৱ-কৈশোৰ-যৌৱন প্ৰাৰম্ভৰ দুঃসহ নিৰ্যাতনকৈও সহস্ৰ গুণে বেছি অসহনীয়! চাংখনত মৃত্যুৰ সৈতে মুখামুখি হৈ পৰি থকা এই মানুহজনে যে এতিয়াও অসম্ভৱ ভাল পায় পাহি, বৈকুণ্ঠ, আনন্দ, কুমো, মথুৰ, জবা-বাপুকণক! সকলোতকৈ বেছি এই মানুহজনে পাহিকে বিচাৰি আহিছে, হৃদয় উজাৰি চেনেহ যাচি আহিছে।

পাহিয়ে একেবাৰে ওচৰলৈ গৈ লাহেকৈ মাতিলে, 'পিতা।' আকৌ এবাৰ মাতিলে, 'পিতা, শুনিছেনে?'

ঘনকান্তৰ চকুৰ পঁতা লাহে লাহে মেল খালে। চকু মেলোঁতে তেওঁৰ যেন অসম্ভৱ কষ্ট হৈছে। তেওঁ এবাৰ পাহিলৈ চালে। মানুহজনৰ শেঁতা পাণ্ডুৰ মুখখন যেন সামান্য উজলি উঠিল। তাৰ পিছত তেওঁ আকৌ লাহে লাহে চকু দুটা মুদি দিলে— যেন জ্যোতিষ্মান আনন্দ সাগৰত অবগাহন কৰি পৰম প্ৰশান্তি আৰু নিৰ্লিপ্ত আনন্দত তেওঁ সমাহিত হ'ল— সমস্ত কায়িক যন্ত্ৰণাৰ উৰ্দ্ধতো।

পাহিয়ে আনন্দ অনুভৱ কৰিলে। পাহিয়ে সদায় লক্ষ্য কৰি আহিছে— তাইৰ উপস্থিতিত শহুৰেকৰ চকুৱে মুখে নৱজাতক জন্মাৰ পিছত মাতৃৰ মুখত ফুটি উঠা স্বস্তি আৰু আনন্দৰ আভাসৰ দৰে এক অপূৰ্ব জিলিকনি ফুটি উঠে।

পাহিয়ে ক'ব নোৱাৰিলে— বৈকুণ্ঠ বিচনাত পৰি থকাৰ কথা, বৈকুণ্ঠই ক'ব পৰা নাই সমাজচ্যুত হোৱাৰ কথা, কুমোই জনোৱা নাই অভিশপ্ত জীৱনৰ কথা, উলুপীয়ে কোনো দিনে দেখুওৱা নাই সুৰথৰ অভাৱত সৃষ্টি হোৱা হাঁহাকাৰ। প্ৰত্যেকেই ঘনকান্তৰ ওচৰত বহে, কেনে পাইছে সোধে, কিবা খাব নেকি প্ৰশ্ন কৰে, তাৰ পিছত আঁতৰি আহে। কোনোবাই প্ৰয়োজনতকৈ বেছি সময় বহি থাকিলে ঘনকান্তই কৃত্ৰিম বিৰক্তি দেখুৱাই কয়, 'তহঁতৰ আৰু একো কাম-কাজ নাই নেকি ?'

পাহিয়ে সুধিলে, 'পিতা, ৰাতি কি খাব ?'

তাই কওঁ কওঁ বুলিও ক'ব নোৱাৰিলে যে ভৰ খেতিৰ বতৰত শামুকে কটা ভৰি লৈ বৈকুণ্ঠ বিচনাত কেঁকাই আছে।

ঘনকান্তই আকৌ সামান্য চকু মেলি মূৰ জোকাৰিলে। অৰ্থাৎ তেওঁ একো নাখায়। ৰাতি তেওঁ একো নাখায়েই, তথাপি সদায় সুধি আহিছে পাহিয়ে কিজানিবা-তেওঁৰ ভোকেই লাগিছে। নুসুধিলে তাইক পাপে চুব।

কি খুৱাব ! কি আছে ঘৰত ! দাইল নাই, মাছ পুঠি নাই, ভাল তৰি-তৰকাৰী নাই, চাউল যিকেইটা আছে সিও ভেঁকুৰা গোন্ধায়। ফল-মূল এচকল কিনি দিয়াৰ সামৰ্থ্য নাই। দুসপ্তাহমান আগত একেবাহে দুদিন সকলোৱে লঘোণে আছে। উপায় নাপাই সোণৰ চেইনডাল বন্ধকত থৈছে। বৈকুণ্ঠই ল'বলৈ অস্বীকাৰ কৰিছিল। পাহিয়ে বধ-শপত দি ধৰাতহে বৈকুণ্ঠই বন্ধকত থ'বলৈ ৰাজী হৈছিল। যোৱাটো ৰানপানীত এপাত কাণফুল বিক্ৰি কৰি দিছে। পাঁচ দিন লঘোনে আছিল। বাপুকণৰ মুখলৈ চাই, জবা আৰু মথুৰৰ চেলা পৰা চকু মুখলৈ চাই পাহিৰ আৰু সহ্য নহ'ল। বৈকুণ্ঠক দুয়োপাট কাণফুল খুলি দিলে। তাৰে এপাট বিক্ৰি কৰিহে কোনোমতে সিহঁতৰ মুখত ভাত দিলে।

চাকিটো থোঁৱাইছে।

পাহিয়ে বৈকুণ্ঠৰ অসুখৰ কথা নক'লে। শহুৰেকে বৰ কষ্ট পাব। সুস্থ থকাহেঁতেন, শহুৰেকে এতপৰে পৃথিবী বিদায় কৰিলেহেঁতেন। টাউনলৈ গৈ ঔষধ আনিলেহেঁতেন, অকলে কঠীয়া তুলি ৰাখিলেহেঁতেন, পুৱা মাটিত বোকা চাহ দিলেহেঁতেন। পইচা নাথাকিলে পুৰণা কাঁহৰ কাঁহী এখনকে সোণাপতি মহাজনক বিক্ৰি কৰি দিলেহেঁতেন।

সমাজচ্যুত হোৱাৰ কথা তেওঁ নাজানে। খুব সাৱধানে বৈকুণ্ঠহঁতে তেওঁৰ পৰা এই কথা লুকুৱাই ৰাখিছে। কাৰণ এই কথা শুনিলে তেওঁ হয়তো ভীষণ উত্তেজিত হৈ উঠিব পাৰে। এনেকুৱা শৰীৰ-মনৰ অৱস্থাত উত্তেজনা ভাল নহয়।

বাহিৰত উলুপীৰ মাত শুনা গ'ল।

তাই ইতিমধ্যে দিনটোত কেইবাবাৰো আহি গৈছে। বৈকুণ্ঠক এবাৰ নিমখভজাৰ টোপোলাবে সেঁকিও থৈ গৈছে। তাইৰ মুখতো চিন্তাৰ চাপ। এইখন ঘৰ তাইৰো নিজৰ ঘৰ। এই ঘৰৰ কাৰোবাৰ দাঁতত ভাত এটা লাগিলেও উলুপীয়ে খবৰ পায়, দুৰ্ভাবনা হয়। উলুপীক কোনেও পৰ বুলি ভাবিবই নোৱাৰে।

উলুপীৰ কাৰণে পাহিৰ যিমান চিন্তা, বৈকুণ্ঠৰো সিমান। সমস্যা বহু, সমাধানৰ পথ খুব কম, ভূমিহীন মানুহ, মাকজনী অন্ধ; তথাপি সুৰথ বাচি থকা দিনকেইটাত সি কৰা অপৰিসীম শ্ৰমৰ বিনিময়ত কোনোমতে দুসাঁজৰ নহ'লেও এসাঁজৰ যোগাৰ হৈছিল। এতিয়া ভেটিটো দুবৰি বন গজা অৱস্থা। উলুপীৰ কাম কৰাৰ শক্তি আৰু মনোবল প্ৰায় হেৰাই গৈছে। আচলতে কাম-বনত তাইৰ মন নবহে। কি কামনো কৰিব? কৰিবলৈ আছেই বা কিটো? মানুহে ভূঁই কৰবলৈ মাটিৰ নোখোজে, ঢেঁকী দিবলৈ নিনিয়ে। কাৰণ মাটিলেই পইচা দিব লাগিব, জা-জলপান খুৱাব লাগিব। প্ৰত্যেক ঘৰতে ভূঁই ৰোৱা মানুহ আছে, ঢেঁকী দিয়া মানুহ আছে। নাই কেৱল মাটি। যাৰ আছে, তাৰ আকৌ বহু বেছি আছে, যাৰ নাই অলপো নাই। সেই কাৰণেই সিধু জেঠা, বাংকো দেউ, ঘেঁটু কবিৰাজ বা অভিমন্যু বৰ্মনহঁতক লাহীদলৰ মানুহে সমীহ কৰি চলে। আধি খোৱা মানুহে মালিকৰ ৰোষ সৃষ্টি কৰিবলৈ নিবিচাৰে— কি জানিবা সেই অপৰাধত ভাগৰ মাটিখিনিও মালিকে কাঢ়ি লৈ যায়। মালিকক ইমানেই ভয় কৰি চলিবলগীয়া হয় যে আনকি খেতি বেয়া হ'লেও নিজৰ উৎপাদনৰ অংশৰ পৰাই মালিকক নিৰ্দিষ্ট অংশটো দিবলৈ বাধ্য— নিজৰ পেটৰ প্ৰয়োজন পিছৰ কথা। কোনোবাই মনে মনে উচচটনি দিলেও দাবী কৰাৰ

সাহস নকৰে। ছয় নম্বৰ পট্টাত আধিয়াৰে মাটি অধিগ্ৰহণ কৰিব পাৰে— যদিহে দীৰ্ঘদিন সেই মাটি আধিয়াৰৰ আধি-স্বত্বত থাকে। কিন্তু মালিকক ভয় কৰি কোনেও এছ. ডি. চি.ৰ অফিচলৈ আগ নাবাঢ়ে। কিজানিবা লেঠাত পৰি কিবিঙতিৰ পৰাই খাণ্ডবদাহ হয়!

সিধু জেঠা বা বৈটু কবিৰাজহঁত হাড়ে-হিমজুৰে চালাক মানুহ। তেওঁলোকে বটুৱাৰ এটা ভাত টিপি চালেই সিজা-নিসিজা অনুমান কৰি ল'ব পাৰে। মাটি যোৱাৰ ভয়ত বহু আগতেই তেওঁলোকে বংশৰ সকলোৰে নামত ভাগ ভাগ কৰি মাটি নামজাৰী কৰি দিছে, হাল-গৰু কৰি বন্ধা-চাকৰ ৰাখি নিজেই খেতিত ধৰিছে।

এই সিধু জেঠাৰ মাটিতে উলুপীয়ে যোৱাবাৰ ভূঁই কইছিল। টকা পাবলগীয়া আছিল কুৰিটা। সেই টকা কুৰিটাৰ কাৰণে কম কৰিও আঠ দহ বাৰ উলুপীয়ে সিধু জেঠাৰ 'ঘৰ চোতাল' কৰিছে। গৈ গৈ কোনোমতে জেঠাই ষোল টকা দিলে। 'চাৰি টকা পিছত লৈ যাবি যা, আজি খুচুৰা নাই — কালি পৰহিলৈ আহিবি' — এনে কৰোঁতেই তিনিমাহ গ'ল। টকা আৰু নাপালে, শেষত তিক্ত-বিৰক্ত হৈ উলুপীয়ে টকা চাৰিটাৰ মোহ ত্যাগ কৰিলে।

কিন্তু সিধু জেঠাৰ কলীয়া কৃষ্ণ যেন পুত্ৰ লোহিতে উলুপীক মনে মনে কিবা এটা পোৱাৰ বিনিময়ত বহু টকা যাচিছিল। আনকি এদিন বাৰীৰ বাটেৰে জেঠাৰ ভূঁইতলীত ভৰ দুপৰীয়া ভূঁই কৰলৈ যাওঁতে লোহিতে বাঁহনিৰ তলতে দুখন দহটকীয়া দি উলুপীক শুবলৈ ইঙ্গিত দিছিল। অস্বীকাৰ কৰাত সি বেছ জোৰ কৰি তাইৰ বুকুত হাত দিছিল আৰু উশাহ-নিশাহ বন্ধ হোৱাকৈ দুগালত চুমা খাই, কামুৰি উলুপীক আক্ৰমণ কৰিছিল।। কোনো ওচৰত নাই, তাতে ভৰ দুপৰীয়া, বাঁহনিৰ মাজ; লোহিতে সুযোগ বুজিয়েই উলুপীক গৰা মাৰি ধৰিছিল। উপায় নাপাই উলুপীয়ে তাৰ মুখত থুৱাই দি লৰ মাৰিছিল।

সেই দিনাখনৰপৰা তাই আৰু সিধু জেঠাৰ ঘৰলৈ যোৱা নাই।

লোহিতে অৱশ্যে তাইক দেখিলেই হাতৰ আঙুলিৰে এটা অদ্ভুত ইঙ্গিত সৃষ্টি কৰি তাইক আহ্বান জনায়। উলুপী ভেতিয়া অন্ধ হয়। পৰাপক্ষত লোহিতক দেখিলেই তাই মুখ ঘূৰায়।

উলুপীৰ চৰিত্ৰত এটা জেদ আছে। তাই সহজে ভাঙিব নোখোজে। চাকিসাঁজ লঘোনে থাকিলেও তাই কাৰো ওচৰত নিজৰ দুৰ্বলতা নেদেখুৱায়। অভুক্ত থকাৰ কথা অতি গোপনে লুকুৱাই ৰাখে।

'আজি কিবা খাইছনে নাই?' পাহিয়ে সোধে।

'খাইছোঁ।' উলুপীয়ে হাঁহি উত্তৰ দিয়ে, 'তোমাৰ সদায় সেই একেটা কথা— আজি কিবা খাইছোনে নাই। নোখোৱাকৈ মানুহ বাঁচি থাকিব পাৰে নেকি, তুমিয়েই কোৱাচোন।'

বৰ সৰল সেই হাঁহি। সেই হাঁহিয়ে ঢাকি দিয়ে নিৰন্ন দিনৰ নিৰ্বেদ, সকৰুণ কষ্টৰ দাবাগ্নি।

পাহিৰ তথাপি সন্দেহ থাকি যায়। পাহিয়ে উলুপীহঁতৰ চাউলৰ টিনৰ ওজন বুজি পায়। পাহিহঁতৰো নাই, কিন্তু উলুপীহঁতৰ যে লাওাচা অৱস্থা। উলুপীৰ ফাঁকি ধৰা পেলাবলৈ পাহিৰ বৰ বেছি সময় নালাগে। বৰ মমতা হয় পাহিৰ। কি সৰল এই ছোৱালীজনীৰ মুখখনি! ইমান কষ্ট, ইমান দুখ! ককায়েকটো মৰি গ'ল। তথাপি মুখৰপৰা হাঁহি মাৰ নাযায়। মাক অন্ধ। তথাপি ভাগ্যৰ জুৱাখেলত কড়ি মাৰি আছে, হাৰিব খোজা নাই। ইব্ৰাহীম ছাৰে প্ৰেৰণা দিছে, মেট্ৰিক-পৰীক্ষাৰ ফৰ্ম-ফিলআপ কৰাৰ টকা দিছে। পেটত গাঁঠি দি উলুপীয়ে ৰাতি তিনি বজাত উঠি পঢ়িছে। ৰাতিপুৱা বাপেকক গাখীৰ ঠিক কৰি দিছে। বাৰীত কিবা শাক-পাচলি পায় নেকি ভনীয়েক শাব্দাৰ সৈতে লগ লাগি বিচাৰিছে। ভাত নহ'লে ক্ষতি নাই, চাকিৰ তেল নহ'লে ক্ষতি।

'পিতাই, কেৰাচিন তেল আনিবলৈ নাপাহৰিবি।' বজাবলৈ ওলোৱা বাপেকক কেৰাচিন তেলৰ বটলটো দি উলুপীয়ে সদায় কয়। অলপ হ'লেও যেন আনে।

বাপেকে দুখৰ মাজতো হাঁহে, 'আনিম দে। মই হ'বলা ইমান পাহৰা মানুহ? তই পিছে পঢ়ি পঢ়ি চকু নষ্ট নকৰিবি।'

পাহিয়েও কয়, 'মাষ্টৰণী' হ'ব খুজিছ নেকি? ভাল হ'ব দে, আনন্দ হ'ব মাষ্টৰ আৰু তই তাৰ মাষ্টৰণী। আমাৰ দুখ উকলিব।'

ঠাট্টাটো ভালেই লাগে। মনটো আশাৰে বক্তজৰা হৈ পৰে। তথাপি কৃত্ৰিম খং দেখুৱায় 'যাঃ, নহ'লেহে পাৰিছে। তোমাৰ কেৱল সেই সোপাহে কথা। আৰু কথা নাই?'

'আছে,' পাহিয়ে ধেমালি কৰে, 'শিকাম নেকি?'

বুজি পায়। পাহিয়ে ৰসিকতা কৰিছে।

'ধেৎ মৰাটো!' উলুপী আঁতৰ হয় চকুত আঁচল দি।

'আজি কি খালি?' — পাহি আকৌ বাস্তৱলৈ ঘূৰি আহে।

'খালোঁ কিবা কিবি।'

একো খোৱা নাই— পাহিয়ে বুজি পায়।

'ঐ, পট কৰি গুচি নাযাবি।' কৈয়েই পাহিয়ে চৰুত থকা পইতা ভাত, ভোলপোৰাৰে কাঁহী এখনত যতনাই নিমখ তেলেৰে উলিয়াই আনে।

'উপী', পাহিয়ে মাতে। উলুপীয়ে তেতিয়া হয় পিৰালিতে বাঢ়নী বুলাইছে, নতুবা শালতে মাকো মাৰিছে। মুঠতে এই ঘৰলৈ আহিলে তাই কিবা এটা নকৰাকৈ নাথাকে। একো কাম নাথাকিলে বাপুকণক লৈ ধেমালিকে কৰিব।

'কি বৌ? গৈছোঁ।' উলুপীয়ে পাহিৰ মাত-বচনৰ উত্তৰ দিয়াত পলম নকৰে। দৌৰি আহে।

'হো, পীৰা পাৰি ল।' পাহিয়ে নিৰ্দেশ দিয়ে। মৰমত তাইৰ বুকু ভৰি আহে। কি দিব? কি খুৱাব? নিজৰে নাই। তথাপি সামান্য পইতা ভাতকেইটা দিও পাহিয়ে শান্তি পায়।

উলুপীয়ে পাহিৰ মুখলৈ চাই থাকে। তাইৰ চকু দুটা তিতি আহে। তাকে দেখি পাহিৰো চকুলো ওলাব খোজে।

'তই খা, বাচনকেইটা ধুই আনিবি', পাহিয়ে চকুপানী লুকুৱাবৰ ছল বিচাৰি কয়, 'মোৰ কাম আছে।'

উলুপী ভাতৰ পাতত বহে। পাহিক অস্বীকাৰ কৰাৰ কোনো উপায় নাই।

তাঁতৰ শালৰপৰা পাহিয়ে সোধে, 'শাৰদাই কি কৰিছে অ'?'

'তাই স্কুললৈ গ'ল।' ভাত খাই থকাৰপৰা উলুপীয়ে উত্তৰ দিয়ে।

'কি খাই গ'ল?

উলুপীয়ে ফাঁকি নিদিয়ে, 'একো খাই যোৱা নাই। আহিহে খাব। মই এতিয়া গৈ ৰান্ধিম। পিতাই বজাৰৰপৰা বৰ পলমকৈ আহেতো।'

'মাৰাই খালে?'

'পুৰা গুড়ি-সান্দহ খাইছিল!'

উলুপীৰ খোৱা শেষ হয়। ঠাইখিনি অঁতাই বাচনখিনি পুখুৰীৰ পাৰলৈ নিবলৈ ওলালেই কুমোহি চিঞৰি উঠে, 'অই উপী, বাচন মই ধুম। ইঃ, তাইৰ কাণ্ড চোৱা! আকৌ বা পিছলৈ কি কৰিব, কি নকৰিব? এতিয়াই — '

ইও এটা ইঙ্গিত। কুমোৱে তাইক বাচন ধুবলৈও নিদিয়ে। কুমো নিজেও দুৰ্ভগীয়া। কিন্তু উলুপীক মৰম কৰাৰ সুযোগ পাই তাইও ধন্য মানে।

সকলোৱে জানে আনন্দক উলুপীয়ে ভাল পায়। আনন্দই উলুপীক প্ৰশ্ৰয় দিয়ে— এই কথাটোও সকলোৱে ভালকৈ বুজি পায়।

আনন্দ আৰু উলুপীৰ দুটা মনৰ পবিত্ৰ হৃদয়গ্ৰাহী অন্বেষণৰ কথা দুয়োখন ঘৰৰ প্ৰতিটো প্ৰাণীয়ে জানে। এই ভালপোৱাৰ সমাহিত ৰূপ পৰ্বতীয়া জুৰিৰ দৰে কুলু কুলু ছন্দোময়। দৈনন্দিন জীৱনৰ দুখ-দুৰ্দশা, ঘাত-প্ৰতিঘাত অনৰ্থবহতাক তুচ্ছ কৰি দুপৰমালতীৰ দৰে তেজস্বী হৈ ফুলি উঠিছে কৰুণ-মধুৰ দুখন হৃদয়ৰ পাৰিজাত, সি কিন্তু সুৰভিময় হৈছে শেষ ৰাতিৰ নিয়ৰ নিস্যন্দিত কৰা শেৱালি ফুলৰ দৰে।

ঘনকান্তৰো সমৰ্থন আছে। উলুপীক সকৰেপৰা তেওঁ নিজৰ ছোৱালীৰ দৰে চিনি পায়, ভাল পায়। দুখ-দাৰিদ্ৰ্যই সামান্য পৰিমাণেও কোঙা কৰিব নোৱৰা এক তেজস্বী, সবল, সুন্দৰ মনৰ এই ছোৱালীজনীৰ প্ৰতি আনন্দৰ মেঁউতাক ঘনকান্তৰ এক অনুন্য স্বাগতম, নিজনি প্ৰীতিৰ ভাব আছে।

কিন্তু কোনেও নাজানে কি হ'ব। কি হ'ব আনন্দ আৰু উলুপীৰ? সিহঁত বাৰু ইপ্সিত লক্ষ্যত উপনীত হ'ব পাৰিবনে?

আনন্দক উলুপীয়ে এদিন সুধিছিল, 'মই কি লৈ বাচি থাকিম, ক'ব পাৰা? ককাইদেউ গ'ল আৰু তুমিও যদি—'

আনন্দই কৈছিল, খুব স্থিতধীভাবেই কৈছিল, 'তই নিজৰ যোগ্যতা আৰু সংগ্ৰামী ব্যক্তিত্বৰ জৰিয়তেই বাচি থাকিবি। কোনেও তোৰ পথ বন্ধ কৰি ৰাখিব নোৱাৰে।'

উলুপীয়ে লোহিতৰ কথাও কৈছিল, আনকি তাৰ সেইদিনাৰ চৰম দুৰ্ব্যৱহাৰৰ কথাও বাদ দিয়া নাছিল। উলুপীৰ দুৰ্বল হৈ পৰা মুখখনলৈ, তাইৰ তিতি থকা চকুযুৰিলৈ আবেগৰ পূৰ্ণ প্ৰদীপ্তিৰে চাই থাকি আনন্দই কৈছিল, 'তই লগে লগে প্ৰতিবাদ কৰিব লাগিছিল। তোৰ বয়স কম, বুদ্ধিও কম; তথাপি মনত ৰাখিবি অন্যায়ৰ প্ৰতিবাদ কৰি যাবই লাগিব। যি নহওক, তই অন্ততঃ তাক ঘৃণা কৰিছ, সেয়েই তোৰ প্ৰতিবাদ।'

'তুমি মোক ভুল নুবুজিবা', উলুপীৰ কণ্ঠস্বৰত বিষণ্ণ মনৰ কাতৰতা, কিন্তু সবল, অকপট স্বীকাৰোক্তি, 'মই তেনে কিবা এটা কৰাৰ কথা ভাবিছিলোঁ। প্ৰতিবাদ

কৰিলে হয়তো নানা জনে ওলোটাই মোৰেই বদনাম কৰিলেহঁতেন। কিন্তু বদনামলৈ মই ভয় নকৰোঁ, মই তোমাৰ কথা ভাবিহে একো এটা নকৰিলোঁ। মোৰ মন শুদ্ধ হৈ আছে।'

'জানো', আনন্দই হাঁহিছিল, 'তইহে মোক ভুল বুজি নাথাকিবি। তোৰ গাত বোকা-পানীৰ গোন্ধ আছে, কালিমা নাই।' উলুপীয়ে আনন্দৰ বাউসিত নিজৰ মূৰটো থৈছিল।

উলুপীৰ কষ্ট কি, যাতনা ক'ত, ক্ষোভ কিহত, আনন্দই বুজি পায়। আনন্দই তাইৰ জৰিয়তে প্ৰতিকাৰৰ কথা ভাবে।

পাহিয়ে তাকে লৈ তাইক জোকায়, 'শ্ৰীমান কেতিয়া আহিব অ'?'

'কোন শ্ৰীমান?' উলুপীয়ে যঁতৰ এটাৰ শলাডাল ঠিক কৰি আছিল। উত্তৰ দিলে।

'এ-হে-হে। এতিয়া আঞ্জাৰ মাছ তুলিব নজনা হ'ল। দে, দে, আমাক ভাণ্ডিব নালাগে। প্ৰতিকাৰ কৰিব, ক'ত কি কৰিব, ঘৰলৈ আহিলে দেখোন বাপুৰ সেইবোৰেই কথা।' পাহিৰ কথাত কিন্তু কোনো তিৰ্যক শ্লেষ নাই। বৰং ধেমালিৰ আভাসহে উন্মীলিত হৈছে। পাহিয়েও কামনা কৰে— বৈকুণ্ঠই তাইক নতুন জীৱন দান কৰাৰ দৰে উলুপীকো আনন্দই এক নতুন জীৱনৰ বাটেৰে আগুৱাই লৈ যাওক।

উলুপীৰ মাত শুনি পাহি ওলাই আহিছে শহুৰেকৰ ঘৰৰপৰা। উলুপীও বোধহয় এইটো ঘৰৰ ফালেই আহিব বিচাৰিছিল। দুৱাৰমুখত ভেটা-ভেটি হ'ল।

'কি অ'? — দেউতাৰ আহি পালে?' পাহিয়ে সুধিলে।

'ওঁ। ককাইদেৰে কেনে পাইছে এতিয়া?' উলুপীয়ে সুধিলে।

'আহ। ভিতৰঘৰলৈকে যাওঁ। ককায়েৰাই বৰ এটা ভালপোৱা নাই। কি যে কৰোঁহঁ' পাহিৰ কণ্ঠত দুখ আৰু ক্ষোভ মিহলি হৈ পৰিছে।

'হেৰি নহয় বৌ, দেউতাই কিবা এডাল লতা দি পঠিয়ালে। ককাইদেউৰ ভৰিত বান্ধি দিবলৈ কৈছে। মোৰতো ভয়েই লাগিছে চেপ্‌টিক-টেপ্‌টিকেই হ'ল নেকি? বাতিটো পাৰ হ'লেই মই মথুৰুক লৈ বৰমালৈ যাম— ঔষধ নানিলে নহ'ব।' উলুপীয়ে কোৱা কথা শুনি পাহিৰ বুকু চিৰিংকৈ গ'ল।

লতাডাল লৈ তাই উলুপীক সুধিলে, 'চেপ্‌টিক হ'লে কিবা ভয়ৰ কাৰণ আছে নেকি? তই নহ'লে আজিয়েই আনন্দলৈ চিঠি এখন লিখি থ'বি। কাইলৈ

ডাকত দিব লাগিব। আহিবলৈ দিয়াই ভাল হ'ব নেকি? হাল খতি কৰিলে নাখাই মৰিব লাগিব।'

উলূপীয়ে ক'লে, 'সিখিনি থাক। সিহে এই সাধাৰণ কথাটোকে চিন্তা কৰি কৰি তুমি মুখ শুকুৱাব নালাগে। কাইলৈ পুৱালৈ ককাইদেউ ভাল হৈ যাব।'

পাহিৰ তথাপি চিন্তা মাৰ নগ'ল: 'জানো, ঈশ্বৰে কি কৰে?'

উলূপী বেছি সময় নাথাকিল। ভাত ৰান্ধিব লাগিব। মাকে দুপৰীয়া একো খাব নোৱাৰিলে। পাৰিলে ৰাতি এগৰাহ খুৱাব লাগিব। খাৱলি-পাচলি নায়েই। মাটি কচু অলপকে দিনত তুলি থৈছে। তাৰ খাৰ ৰান্ধিলে, কি ঠিক, মাকে মুখলৈ ভাত এগৰাহ নিয়েই।

বৈকুণ্ঠৰ বিষ কমা নাই। গোটেই ভৰিখন ফুলি গৈছে, সি ভৰিখন বিছনাৰ চোকত লৰচৰ কৰিব পৰা নাই। ঘাটো ফকত ওপত খোলাৰ দৰে হৈছে। উলূপীৰ মনটোৱে কৈছে চেপ্‌টিক নহ'লে এনেকুৱা হ'ব নোৱাৰে। বৈকুণ্ঠক মাত এষাৰ দিব খুজিও তাই মনে মনে ৰ'ল। টনকা মাৰিছে। নজগোৱাই ভাল। মাকেৰে এটা গেঙনিৰ শব্দ ওলাই আছে। নিজেই লতাতান পাহিৰ হাতৰপৰা লৈ উলূপীয়ে বৈকুণ্ঠৰ ভৰিত আলফুলে বান্ধি দিলে। তাৰ পিছত 'মই আহোঁ বৌ, পিতাই এবাৰ আহি যাব' বুলি পাহিক কৈ উলূপীয়ে কোবাকুবিকৈ নিজ ঘৰলৈ খোজ ল'লে।

বৈকুণ্ঠৰ এনে হোৱাটো গাঁৱৰ বহুতেই নাজানে। জানিলেও নাহিলহেঁতেন খবৰ এটা ল'বলৈ। বৈকুণ্ঠহঁত সমাজচ্যুত এঘৰীয়া যে।

অহাৰ ভিতৰত আহিল সদানন্দ। পথাৰৰ লগ। সিও পিছে আহিল এটা কামতহে এইফালে আহিছিল। সোমাই গ'ল। বৈকুণ্ঠৰ পৰা কঠীয়া কিমান আছে তাৰে খবৰ ল'বলৈ আহিছিল সদানন্দ। তাক ধাৰলৈ কিছু কঠীয়া লাগে। দুখ কৰাৰ বাহিৰে, সমবেদনা জনোৱাৰ বাহিৰে তাৰ কৰিবলগীয়া একো নাই। কিছু সময় থাকি সি গ'ল। যাওঁতে অৱশ্যে পাহিক চিন্তাত পেলাই থৈ গ'ল। 'কাইলৈ কৰ নোৱাৰিলে বোকা দিয়া মাটি শুকাই কৰ্‌কৰীয়া মাৰিব। চাৰি দিন বৰষুণ নিদিওঁতেই এই অৱস্থা। বুজিছা বৌ, পাগলাদিয়াৰ পানী যেনেকৈ বাঢ়িছে, কি হয়গৈ একো ঠিকনা নাই। যোৱাবাৰৰ দৰে মথাউৰি ছিগিলে মৰিছোঁ আৰু।'

চিৰিংকৈ গ'ল বুকুখন। আকাশখন যেন মূৰৰ ওপৰতে ভাগি পৰিব। হে প্ৰভু, বহু হৈছে, আৰু পাগলাদিয়াক বাঢ়িবলৈ নিদিবা।

কুমো বাৰ বেমাৰী। সোনকালে শোৱে। মথুৰ আৰু জবাই আজি আৰু নপঢ়িলে। অইন দিনা ভাত নোহোৱালৈকে পঢ়ে। কেনেকৈনো পঢ়িব? ঘৰখনত পঢ়া-শুনাৰ পৰিৱেশেই নোহোৱা হৈছে। ককাদেউতাকৰ অসুখৰ পিছত মথুৰৰ মনটোও মৰি গৈছে। জবাই পঢ়িবলৈ ল'লেই দেউতাকৰ কথা ভাবে। পঢ়া আৰু নহয়। নানা অশান্তিৰে মনটো ভৰি পৰে, মন নবহে।

জবা, মথুৰ বা বাপুকণৰ যিটো বয়স, তাত বাধ্য-বাধকতা বৰ অসহনীয়। সিহঁতে ওচৰ-চুবুৰীয়াৰ লগত মিলিবলৈ বিচাৰে, কিন্তু কিহবাই ভিতৰৰ পৰা বাধা দিয়ে। সংকোচত মন কোঁচ খাই আছে। চুম্বকৰ সমধৰ্মী মেৰুৱে বিকৰ্ষণ কৰাৰ দৰে সিহঁতো বিকৰ্ষিত হৈ আঁতৰি আছে। সিহঁতে অনুভৱ কৰে এক জ্বালাময় অশান্তি। এনে নহয় যে এৰবীয়া হ'ল বুলি সিহঁতে গাঁৱৰ আনৰ লগত কথা-বতৰা পতাৰ অধিকাৰো হেৰুৱাই পেলাইছে। তথাপি সিহঁত আগুৱাই যাব নোৱাৰে। অদৃশ্য এক শক্তিয়ে সিহঁতক পিছলৈ টানি থাকে। সেইকাৰণে উলুপী বা শাৰদাক পালে কোনেও এৰি দিব নোখোজে। গাঁৱত কেৱল উলুপীহঁতেই সিহঁতক এৰি

নিদিলে। সিইঁতো একপ্ৰকাৰ সমাজচ্যুত হোৱাদি হ'ল। অৱশ্যে সেই লৈ উলুপীহঁতৰ সামান্যতম ভাবনাও নাই। সুৰথে উলুপী আৰু শাৰদাক নীতিৰ শিক্ষাহে দিছিল, লোভ বা স্বাৰ্থৰ দীক্ষা দিয়া নাছিল। উলুপীয়ে আনন্দৰ ভালপোৱাটো স্বাৰ্থৰ ভিতৰত নপৰে।

আগনিশা বহু ৰাতিলৈকে শুব পৰা নাই পাহিয়ে। বৈকুণ্ঠই শুব পৰা নাছিল কাৰণে পাহিৰো শোৱা হোৱা নাছিল। আঁঠুৱাৰ ফুটাৰে মহ সোমাইছিল কাৰণে বাপুকণে ইচাট-বিচাট কৰি আছিল। সি বাৰে বাৰে সাৰ পাইছিল। মহো কিবা দুটা এটানে? দুটামান মহৰ পিছত বিৰক্তিত পাহিয়ে কটা কাপোৰ ফুটাটোত গুজি দি বৈকুণ্ঠৰ ওচৰত বহিল। আঁঠুৱা এখন বৈকুণ্ঠই কিনিব পৰা নাই। সম্বল নাই। দুই এবাৰ কৈ চাইছিল যদিও পিছলৈ আৰু পাহিয়ে জোৰ নকৰা হ'ল।

পাহিয়ে বৈকুণ্ঠৰ মূৰত হাত বুলাই আছিল। মাজে মাজে ফুলি কলগছ যেন হোৱা ভৰিখনলৈ চাই তাই অনুভৱ কৰিছিল এক অভিধাবিহীন যন্ত্ৰণা। কিয় এনে হ'ল? কাৰ কি অপৰাধ কৰিছিল? কাৰ পানী খোৱা পুখুৰীত বিহ ঢালিছিল? এই ভৰখেতিৰ দিনত ঘৰৰ মূল মানুহজন বিচনাত এনেকৈ পৰি থাকিলে কোনে খুৱাব? আজি বাদে কাইলৈ চাউল এটা নাই, টেকেলি এটাত দুই কিলোমান চাউলহে আছে। কোনোমতে কাইলৈৰ দিনটো যাব। পৰহিলৈ কি গতি হ'ব। বৈকুণ্ঠ যদি আৰু এদিন বিচনাত পৰি থাকে, কোনে পেটৰ অন্ন যোগাব? পাহিৰ দুখ এইখিনিতে যে তাই সামান্য অলপ ঔষধকে যোগাৰ কৰিব নোৱাৰিলে। দিনৰ দিনটো কি কৰিম কি নকৰিম কৰোঁতেই গ'ল। কপাল চপৰিয়াবৰ মন গৈছে তাইৰ।

বৈকুণ্ঠই বিচনাতে উঠি বহিব বিচাৰিলে। কিন্তু ভৰিখন ভাঁজ কৰিব পৰা নাই। পাহিয়ে লাহে লাহে ধৰি তাক বেৰত আঁউজি লোৱাত সহায় কৰিলে। সেইখিনি কৰোঁতেই ক'ৰবাত লাগিল হ'বলা, সি উস্-আস্ কৰি উঠিল।

বাকী সকলোবোৰ শুইছে।

জগত নিতাল। এটা নিয়তিয়ে মাজে মাজে চতিয়নাজোপাত পৰি কুকলিয়াইছে। বৰ দুৰ্ভাবনা আহে সেই চিঞৰত।

পাহিয়ে কটাতোখৰত লাহে লাহে আঙুলি বুলাই দি সুধিলে, 'কেনে পাইছে?'

বৈকুণ্ঠই একো নকৈ পাহিৰ ফালে চাই থাকিল। সি খিৰিকীখনেৰে বাহিৰলৈ ভুমুকিয়ালে। অন্ধকাৰৰ মাজত জোনাকীবোৰ উৰি ফুৰিছে।

'কি হ'ব অ'?' দৃষ্টি ঘূৰাই আনি সি সুধিলে। যেন নিজকে সুধিলে। সান্ত্বনা আৰু সাহস যোগাই পাহিয়ে ক'লে, 'আপুনি মিছাতে বেছি চিন্তা কৰিছে। হালখনৰ কথাকে চিন্তা কৰি নাথাকিব। মই মানুহ একজনৰ ব্যৱস্থা কৰিম, নহ'লে লাহে লাহে মথুৰেই বাব।'

'সি নোৱাৰিব নহয়। মানুহ একজন লগালেও লগে লগে টকা পাঁচটা বিচাৰিব। দিবি ক'ৰপৰা?'

'হ'ব কিবা এটা।'

'কৈছহে। মোৰ অন্য এটা চিন্তাহে লাগিছে।'

'কি?'

'বাস্কাত যে ধান এমোন পাবলগীয়া আছিল, কালি দুপৰীয়া হাল মেলি উঠি যাম বুলি ভাবিছিলোঁ। চাউলতো শেষেই হ'ল চাগে।'

পাহিয়ে একো নামাতিলে। বৈকুণ্ঠই বুজি পালে চাউল শেষ হৈছে।

'উপী আহিছিল নেকি?' সি সুধিলে।

'অঁ। সন্ধিয়াওতো এবাৰ আহি গৈছে। গম নাপায় নেকি?'

'জানো। এটা কাম কৰিব লাগিছিল,' সি ক'লে, কিন্তু তাক চিন্তিত যেন দেখা গ'ল। পাহিয়ে সুধিলে, 'কি?'

'আনন্দলৈ — এ, থক দে। তালৈ চিঠি নিলিখাই ভাল। এইবোৰ কথা সি জানিব নালাগে। পৰীক্ষা-চৰীক্ষা আহিছে।' সি এইবোৰ শুনিলে বৰকৈ চিন্তা কৰি থাকিব। উপীক কবি—চিঠি লিখিলে আমাৰ ভাল বুলিয়েই লিখিব। টকা-পইচাৰ কথা নিলিখে যাতে।'

'মই আকৌ বাপুক আহিবলৈ অনুৰোধ কৰি উপীক চিঠি লিখিবলৈ কৈছিলোঁ। পিতাৰো দেখোন গাটো খুব বেয়া। একো খাব নিবিচাৰে।' পাহিৰ সমস্ত শৰীৰটো জিকাৰি উঠিল।

'বুজিছ, এই সমস্যাবোৰ থাকিবই। সমাধানো কৰিব লাগিব, দৌৰি পলাই পাৰ পাবি জানো? দেচোন চাওঁ, ৰাতিটো পুৰাওক। তই শোগৈ যা। ৰাতি বহুত হ'ল।'



প্ৰিয় পঢ়ুৱৈ !

মোৰ এই কাহিনী শেষ হোৱা নাই।

ময়ো এই লাহীদলৰ মানুহ, পাগলামিয়া দেখা মানুহ।

এইমাত্ৰ মই পাহিহঁতৰ ঘৰৰ আগেদি আহিছোঁ। পাহিয়ে পদূলি সাৰি আছে। মোৰ চকুৰে চকুৰে পৰাত তাই ওৰণিখন টানি ললে। তাইৰ মুখখন এটা পুৰাৰ দৰেই চিকুণ।

বৈকুণ্ঠ উঠা নাইঁ নেকি ! কুমোহ ছাগলীজনী এবাল দিবলৈ বাটলৈ উলিয়াই আনিছে।

অ' ৰ'ৰ ! দেউতাকক কবিয়াত গাখীৰখিনি বতনাই দি উলুপীয়ে কাগজ-কলম উলিয়াই লৈ আনন্দলৈ লিখিবলৈ বহিছে—

'প্ৰিয়জনেষু....'

মথুৰ ওলাই গৈছে হালখন লৈ। মামীয়েকে বাধা দিছিল। কুমোই কৈছে—'পাৰিব। নহ'লে কোনে কৰিব?'

লাহীদলে সাৰ পোৱা নাই। আৰু অলপ পলম আছে।

ঘনকান্তই বাগৰ সলালে। তেওঁৰ গাটোত বিষ।

আপোনালোকে তৃণাৰ নামটো শুনিছেই নহয়; কিন্তু তাইৰ লগত ভালকৈ পৰিচয় হোৱা নাই। মই কিন্তু তৃণাক চিনি পাওঁ। মই পৰিচয় কৰাই দিম, অলপ ৰ'ব।

পঢ়ুৱৈ, এনেকৈ নাভাবিব যে এই গাঁৱত কেৱল সমস্যাহে আছে, জীৱনৰ একো আনন্দ, হাঁহি, গান নাই! মানুহ কিন্তু অমৃতৰে সন্তান। মানুহেই বিষৰ ভাণ্ড মথি অমৃত উলিয়াবলৈ জীৱন পাত কৰে।

পাহিৰ চকু দুটা খচ্ খচ্ কৰিছে। জ্বলা জ্বলা লাগিছে। ৰাতি চকুৰ পঁতা জাপেই নগ'ল। বৈকুণ্ঠ শোৱাৰ পিছতো আঠুৰাৰ তলত সোমাই তাই আকাশ-পাতাল ভাবি আছিল। বিধিয়ে কপালত সুখ লিখা নাই। আগলতি কলপাত বতাহে ডঙাদি সপোনবোৰ, নিৰাশাৰ মাজৰ আশাবোৰ ভাঙি লৈ গৈছে নিষ্ঠুৰ বাস্তৱে। একোৱেইতো নাছিল। আনকি জন্মৰ আনন্দখিনিও নাই। পৃথিৱীৰ পোহৰ দেখাৰেপৰা, ধূলি-বালি চিনাৰেপৰা পাহিৰ জীৱনৰ পৰিচয়, আনন্দ যেন বিধি-নিষিদ্ধ হৈ গৈছে। শিশুৱে আদৰ পায় সকলোৰেপৰা। পাহিয়ে বিশেষ একো পোৱা নাই। বৰং অনাথি আৰু তেওঁৰ পৰিয়ালৰ অসামান্য প্ৰশ্ৰয়ৰ বাহিৰে আনৰপৰা উপেক্ষাই পাইছে বেছিকৈ। আনৰ দৃষ্টিৰপৰা নিজকে আঁৰ কৰি অতি কষ্টেৰেহে যেন এই দুজন শুভানুধ্যায়ীয়ে মৰম কৰিবলগাত পৰিছে। সেই ভালপোৱাতো যেন প্ৰাণৰ স্পন্দন নাই, জীৱনৰ গভীৰ অনুভূতি নাই, যেন যান্ত্ৰিক। তথাপি একো নোহোৱাৰ মাজত, একো নোপোৱাৰ ভিতৰত এই ভালপোৱাখিনিয়েই আছিল একমাত্ৰ সম্বল। তাকে লৈ পাহিয়ে মৃত্যুৰ আকাঙ্ক্ষা পাহৰিছিল। পাগলাদিয়াত জাঁপ দিব খুজিও বগা কঁহুৱাবোৰ দেখি জীৱনৰ কিবা এটা অৰ্থ থকা বুলি তাই দুখাৰো অন্ধকাৰৰ মাজেদি পোহৰলৈ ঘূৰি আহিছিল। নদীৰ বীভৎস সৰ্বগ্ৰাসী সোঁতৰ বিপৰীতে ৰাতিৰ অন্ধকাৰতো বগা কঁহুৱাবোৰক পোহৰ বুলি ভাবি পোহৰৰ বহুৱীয়া পাহিয়ে জীৱনৰ প্ৰতি, অপৰূপা পৃথিৱীৰ কাৰণে এক শুচি-স্নিগ্ধ মমতা অনুভৱ কৰিছিল। এনেকৈ মৰাৰ অৰ্থ কি? কিয় তাই এনেকৈ মৰিবলৈ যাব? জন্মৰ পৰিচয়

নাই বুলি? উপেক্ষিতা বুলি? অপমানিতা, লাঞ্চিতা, অবাঞ্ছিতা কাৰণে? দিন-ৰাতিৰ হাড়-ভগা পৰিশ্ৰমৰ পিছতো তাই গালি খাব লাগে, পাণৰ পৰা চূণ খহিলেও নবৌয়েক-ননদে খুঁত ধৰি তিৰস্কাৰ কৰে, আনকি দুদিন নে এদিন 'জহৰা' বুলিও উল্লেখ কৰিছিল। নীৰৱে সহি যোৱাত বাহিৰে পাহিৰ পথ নাই। অকাৰণতে কেতিয়াবা তুলা নোহোৱা সতৰঞ্চি পৰা কঠিন খাটখনত পৰি পাহিয়ে মানসিক যন্ত্ৰণাত ওৰে ৰাতি কান্দিছিল। কল্পনাত ভাহি উঠিছিল এখন ধোঁৱাময় অস্পষ্ট মুখ। মাকৰ মুখ। মাক বা কেনেকুৱা আছিল? তাইক মানুহে ধুনীয়া বুলি কয়। ননদৰ বাহিৰে, নবৌয়েকহঁতৰ বাহিৰে। মাকো নিশ্চয় তাইৰ সমানে ধুনীয়া আছিল। তাইৰ নিশ্চয় এজন দেউতাকো আছে। ক'ত বা আছে? তেওঁ বা দেখিবলৈ কেনে? ইহঁতে যে তাইক ভিক্ষাৰিণী বা নটীৰ জী বুলি কয়, সঁচা নেকি বাৰু? মাক সঁচাকৈয়ে ভিক্ষাৰিণী আছিল নেকি? ভিক্ষাৰিণী হ'লেই বা, জগৰ কি? সামৰ্থ্য-সম্বল নাই কাৰণে খুজি-মাগি খাইছে, তাত অপৰাধটো কি? কিন্তু 'জহৰা' বুলি ক'লে তাইৰ চকুপানী পাগলাদিয়াৰ বলিয়া বানৰ দৰে বাধা নমনা হৈ পৰে। তাইৰ মাকে সামাজিক চৰ্ত পূৰাই তাইক গৰ্ভত ঠাই দিছিল নে নাই, কোনেও সঠিক নাজানে। মাকৰ পৰিচয়েই নোলাল। বহু চেষ্টাৰ মূৰতো। অনুমান, এক জঘন্য অবিচাৰ আৰু নিষ্ঠুৰ জুগুপ্সাৰ ভিত্তিত তাইক একাৰবীয়া দুৰ্দৈৱ-দলিত কৰি ৰখা হ'ল। চিন্তাত, অপমানত তাই খাব নোৱাৰে, শুব নোৱাৰে, কেৱল তাই কাম কৰি যাব লাগে, তাই কাম কৰি যায়। তাই গালি-গঞ্জনা খাব লাগে, হজম কৰি যায় নিৰ্বিবাদে। প্ৰতিবাদ কোনেও কৰিব নালাগে, গতিকে মনে মনে থাকে। যাক মাক-দেউতাক বুলি ভাৱে, সম্বোধন কৰে, তেওঁলোকেও অসামান্য প্ৰশ্ৰয় দিয়ে, কিন্তু মুখ খুলি নিজৰ জীয়েক বা বোৱাৰীয়েকে কৰা জঘন্য ব্যৱহাৰৰ বিৰুদ্ধে এবাৰ মাত মাতিব নোৱাৰে।

পাহি, চোতাল সাৰিলিনে?

বাচনবোৰ ধুলিনে?

ইঃ, চোতাল সাৰিছে চোৱা, জাবৰৰ দ'ম নুওছিলেই। বাচনবোৰত এইবোৰ কিহৰ দাগ অ'? ধুলেহে!

গোহালিৰ গোবৰ পেলালিনে? ক'ত পেলাব! খাবহে জানে, কামৰ পৰত বোম ভোলানাথ।

পাহি, ভাত খালিনে? কোনেও নোসোধে।

ভাত দিলে খাই উঠি আহিব লাগে; কি পাতত পৰিল, কি নপৰিল, কি খালে-নাখালে বা লাগে-নালাগে কোনো সোধপোচ নাই।

যা, এতিয়া বাচনবোৰ ধুই আন, পাগলাদিয়াৰ পাৰত কেলি কৰি নাথাকিবি হ'লে, ধান বানিবলৈ আছে।

আজি মাত্র একঠাহে কলি। সেই ব্ৰহ্মপুৰাতে গ'লি, ধান কলে একঠা! দেখিছা নন্দিনীৰ কাণ্ড! বোলো খাবৰ পৰত দেখোন ঢোলপেট, কামৰ বেলিকা কি চাবা চৈধ্যটা লেঠা! কাৰ লগত বা চুপতি মাৰি আছিলি?

সহিব লাগে। সহে। তাইক বল দিওঁতা, সহায় কৰোঁতা কোনো নাই। মাক-দেউতাক চুকোৱাৰ পিছত গাখীৰতে ম'হৰ খুটি হ'ল। আৰু কোনে মাতে? আগতে নাই নাই বুলিও মুখত এডাল লেকাম আছিল। এতিয়া সিও ছিগিল। দুদিনমান অস্থিৰ হৃদয়ৰ পোকলগা যন্ত্ৰণাত অতিষ্ঠ হৈ পাছিয়ে চৰম সিদ্ধান্ত কৰিছিল— প্ৰতিবাদ কৰিব। কিন্তু পৰিণতিৰ কথা চিন্তা কৰি তাই প্ৰতিবাদৰ জুইত নিজে নিজেই চেঁচাপানী ঢালিলে। প্ৰতিবাদ কৰিলেই তাইক অকথ্য ভাষাৰে গালি পাৰি চুলিত ধৰি ঘৰৰ পৰা উলিয়াই দিবলৈ কতপৰ? তাৰ পিছত ক'লৈ যাব তাই? কি কৰিব? ক'ত আশ্ৰয় ল'ব? অইন নহ'লেও দেহটো কেনেকৈ বচাব? ভালকৈ খোৱা নাই, ভালকৈ পিন্ধা নাই, তথাপি দেহটোৱে তাইক ফাঁকি দিয়া নাই। সি নিজৰ নিয়মে কলা-কলাকৈ প্ৰস্ফুটিত হৈছে, বাঢ়িছে। দুৰ্লভ একান্ত ব্যক্তিগত মুহূৰ্তবোৰত নিজকে চোৱাৰ সুযোগ পালে পোহৰৰ বহুৱীয়া পাহিৰ সীমাহীন লাজ লাগে। কিবা এক গোপন শূন্যতা, স্পৰ্শৰ বিনম্ৰ উত্তাপ আৰু নিজৰ মাজতে আপোন-পাহৰা হৈ আপোন অস্তিত্ব হেৰুৱাই পেলোৱাৰ অকনত আকৃতি পাছিয়ে জান-নাজানকৈ অনুভৱ কৰে। কোনোবাই যেন চুই দিয়ক তাইৰ মাধুৰী মালঞ্চ, তাই জঁয় পৰি য'ক লাজুকীলতাৰ দৰে। নদীত গা ধোওঁতে গাত জিপিটি খাই ধৰা কাপোৰ-কানিৰ মাজেৰে ভাঁজ ভাঁজ লৈ জিলিকি উঠা ৰেখাবোৰ চাই পাছিয়ে পাহৰে— এইমাত্র তাই নবৌয়েকৰ গালি খাই আহিছে, তাই মাথোঁ কাষত গা ধুই থকা ওচৰ-চুবুৰীয়া ছোৱালী যামিনীৰ প্ৰশংসা শুনি তন্ময় হয়, 'কোনোবাই ধৰিছে নেকি অ'?'

'ধেৎ।' পাছিয়ে কৃত্ৰিম খং প্ৰকাশ কৰি আনন্দসুধা পান কৰে।

'নহ'লে জানো ইমান ভাঙৰ ভাঙৰ হয়?' যামিনীয়ে বসৰ কথা কৈ তৃপ্তি পায়। কাৰণ তাইৰ ককায়েকৰ সখিয়েকে তাইক এটা নতুন নিষিদ্ধ আনন্দৰ সন্ধান দিছে। এইবোৰ কথা ক'বলৈ পালে তাইৰ মুখত লেকাম নোহোৱা হয়। পোন্ধৰ-যোল্ল বছৰতে তাই এনে কিছুমান কথা জানে, যিবোৰ পাহিয়ে নাজানে বা জানিবলৈও নিবিচাৰে।

নিজৰ উঠন বুকুখনলৈ চাই যামিনীৰ কালে পেম্পোৱাকৈ চকু পকাই তাই লৰালৰিকৈ কলহটো বুৰাই দৌৰ দিয়ে। যাবৰ পৰত প্ৰত্যুত্তৰটো দি যায়, 'ককায়েৰাই আৰু নতুন কিবা কিটিপ শিকাইছে নেকি?'

প্ৰত্যুত্তৰ যামিনীয়েও দিয়ে, 'যা, যা দেখিম নহয়, পেটত ভোক, মুখত সাত ভাৰত্তৰ লাজ।'

তাইৰ কথা শুনা পোৱালৈ পাহি কেঁকুৰিটোৰ কৰচ গছৰ তল পায়গৈ। এটা নঙলা পাৰ হ'লেই সিহঁতৰ ঘৰ। তাইৰ কাণ দুখন ৰঙা পৰে, মুখলৈ তেজবোৰ দ্ৰুত গতিত বৈ আহে। ইমান লাজ লাগে পাহিৰ — যেনিবা কোনোবা ডেকাৰ অবাধ্য হাতৰ আঙুলিবোৰ তাইৰ বুকুত লাগি আছে।

এই অনুভূতি, এই গোপন আনন্দ বেছি পৰ স্থায়ী নহয়। চোতালত ভৰি দিলেই পাহিয়ে কৰ্কশ মাত শুনে, 'গা দেখুৱাই ফুৰিবলৈ লাজ নালাগে? ছিঃ ছিঃছু কি দিনকাল হ'ল ঔ! ইমানজনী ছোৱালী—!' সেয়া ভাঙৰজনী নবৌয়েকৰ মাত। তাইক চকু পাৰি দেখিব নোৱাৰে।

এনেকৈ দিনবোৰ গ'ল। এনেকৈ ভাত-কাপোৰৰ অভাৱ, মাতৰ তিতা খাই থাকোঁতে কিবা সৌভাগ্যৰ বলত এদিন বৈকুণ্ঠক পালে। পাহিৰ কাৰণে এয়া সাত জনমৰ পুণ্যফল, নেদেখাজনৰ আশীৰ্বাদ। অভিশপ্ত জীৱনৰ সূচীভেদ্য অন্ধকাৰ পাৰ হৈ কেঁহুজালিৰ বেঙশি দেখা পালে পাহিয়ে। বৈকুণ্ঠকে জীৱনৰ সকলো সাধ্য-সাধনাৰে যৌৱনৰ সম্পদ সমৰ্পণ কৰি পাহিয়ে আনন্দ পালে। ভাবিলে— এয়েই পৰিপূৰ্ণতা, এয়েই জীয়াই থকাৰ সাৰ্থকতা। থাকক অভাৱ, থাকক দুৰ্দশা, তথাপি ইয়াত এটা পৰিচয় আছে, নিজা সত্তা আছে। বিয়াৰ পিছত স্বামীৰ ঘৰত তাই কাৰো অনাদৰ পোৱা নাই, কোনেও তাইক টান কথা শুনোৱা নাই, কোনেও তাইৰ শাৰীৰিক-মানসিক প্ৰয়োজনত কুঠাৰাঘাত কৰা নাই। স্বামী খেতিয়ক, পৰিশ্ৰমী মানুহ। হৃদয় আছে, মনত আছে আনন্দদানৰ অপৰিমেয় সমল। দেওৰ

বিদ্বান মানুহ, ব্যক্তিত্ব আছে। তাইক মাকৰ দৰে শ্ৰদ্ধা কৰে। বিধবা ননদজনীৰ ইমান দুখ-যন্ত্ৰণা থকা সত্ত্বেও তাইক তেওঁ ভনীয়েকৰ দৰে মৰম কৰে, কোনো কামতেই কষ্ট পাবলৈ নিদিয়ে, দুখ কৰি বহি থাকিবলৈ নিদিয়ে। ৰং-তামাচাৰে, হাঁহি-ধেমালিৰে আনন্দই তাইক বুৰাই ৰাখিবলৈ বিচাৰে, কুমোই বেছিকৈ বিচাৰে। দৰ্কাৰ হ'লে ঠাট্টা মস্কৰাও কৰে। পাহিয়ে অনুভৱ কৰে— মানুহে মানুহে থকা অদ্ভুত পাৰ্থক্য! নবৌৱেক দুজনী আৰু কুমো একে নাৰী — অথচ কি পাৰ্থক্য! তেওঁলোক বধ্যভূমিৰ কচাই আৰু কুমো সহনশীলা দয়াৰ সাগৰ, মৰম-চেনেহৰ খনি। জৰাই আকৌ তাইক ইমান ভালপায়, যে খাওঁতে-শোওঁতেও আনকি পাহিৰ লগ নেৰে। মামী বুলিলে মথুৰ পাগল। শাহু নাই, কিন্তু শহুৰ আছে। শহুৰেক যুক্তিৰে চলা মানুহ। পাহিক নিজৰ জীয়েক বুলি ভাবে। সেই অনুপাতে মৰমো কৰে প্ৰচুৰ।

দুখতো জীৱনত থাকিবই। বা সমস্যা নোহোৱাকৈও মানুহৰ জীৱন আগবাঢ়িব পাৰেনে? মাটি-বৃত্তি তেনেকৈ নাই, বাৰীৰ আয় তাকৰ। নিজৰ সামান্য মাটি কেইবিঘাত দেউতাকৰ চিকিৎসা কৰিবলৈ বন্ধক বা বিক্ৰি কৰিলে। নকৰিনো কি কৰিব? কেতিয়াবা চলাত কষ্ট হ'বই। তাকে লৈ বেছি চিন্তা কৰি একো লাভ নাই। দুখন শাল আছে, লোকৰপৰা সূতা লৈ কাপোৰ বৈ দিলেও দুপইচা নহাকৈ নাথাকে। ইটো সিটো কৰি লোণ-তেলৰ পইচাকেইটাও উলিয়াব পাৰি; বহি নাথাকিলেই হ'ল। এইবোৰ লৈ পাহিৰ বেছি কিয়, তিলমানো দুখ নাই। পাগলাদিয়াই নামাৰিলে পেটৰ ভাত কেইটাবো কোনো কষ্ট নাথাকিলহেঁতেন। হওক আধিৰ মাটি। শ্ৰম কৰিলে তাৰেই কুলাই গ'লহেঁতেন। নদীখনহে শনি হ'ল।

দিন, কি ঠিক, ভালেই হ'ব। আজিৰ ৰজা কালিলৈ ফকীৰ হয়, আকৌ ভিক্ষাৰীও ভাগ্যৰ বলত ৰাজপাটত বহে। ক'বতো নোৱাৰি— ক'ৰ পানী ক'লৈ বৈ যায়হে বিয়াৰ আগত মাক-দেউতাকৰ (?) ঘৰত কেৱল চৰ-ভুকু-কিলটোহে খাবলৈ বাকী আছিল। কিন্তু ইয়াত মৰমৰ নদী বৈ আছে। তাত খাবলৈ নোপোৱাৰ দৰে থাকিব লাগিছিল অচেল ভোগ্যবস্তুৰে ঘৰ ঠাহ খাই থকা সত্ত্বেও, অথচ ইয়াত পইতা ভাত-লোণতেলতে অমৃত আছে। ভাতৰ তিতা খাব পাৰি, মাতৰ তিতা খাব নোৱাৰি।

আনন্দই আশা দিছে— দুখ গুচিব। কিমান ভাল কথা। তাৰ মঙ্গল হওক। পঢ়ি-শুনি সি ডাঙৰ মানুহ হওক। তাৰ সুখ হ'লে পাহিয়ে গভীৰ সুখ পাব, ঘৰৰ সকলোৰে মনত আনন্দ নধৰা হ'ব। উদুলীৰ জীৱনলৈ নিশ্চয়তা আহিব। আনন্দৰ আদৰ্শ লৈ এদিন, কি ঠিক, বাপুকণো মানুহ হৈ উঠেইবা।

পাহিয়ে এইবোৰকে ভাবি ভাবি টোপনি যাব নোৱাৰিলে। নিৰাশাৰ মাজত আশাৰ হাতবাউল কেতিয়ানো দেখিব, অন্ধকাৰ পাৰ হৈ দশোদিশ ধৱলী কৰা উষাৰ পোহৰ দেখাৰ সৌভাগ্যনো কাহানি হ'ব তাৰে জল্পনা-কল্পনাই পাহিৰ কোমল হৃদয়ত সানমিহলি অনুভূতিৰ সৃষ্টি কৰিছিল।

দুবাৰো চিলমিল টোপনিৰপৰা সাৰ পাই তাই আঁঠুৰা দাঙি কাষৰ খাটখনত শুই থকা বৈকুণ্ঠলৈ চাইছে। মানুহজন টোপনি গৈছে। শান্তি পাইছে তাই। বৈকুণ্ঠৰ উশাহ-নিশাহৰ শব্দত পাহিয়ে কষ্টৰ অৱসান ঘটাৰ যেন এটা উমান পাইছে।

আঁঠুৰাৰ ভিতৰত মহ সোমাইছে। দুই এটা মাৰি উঠাৰ পিছত 'কিমান নো মাৰিম, থাওক' ভাবেৰে তাই পাকত ঘূৰ খৈ পুনৰ প্ৰতীক্ষা কৰিছে।

এতিয়া খলকাঁচৰ পুৱা। আকাশ বৰ্ণময় হোৱাৰ সময়। কাউৰীটোৱে ৰমলিয়াই বিদীৰ্ণ কৰা এটা জাগৰুক প্ৰভাত। পাহিয়ে চোতাল সাৰিছে। আৰু কোনো উঠা নাই। চোতাল সৰা শেষ হোৱাৰ পিছত পদূলিটোত বাঢ়নী বুলাবলৈ লওঁতে কুমো উঠিছে— ছাগলীজনীও ঘৰৰপৰা উলিয়াই আনিছে।

পাহিয়ে মনে মনে ভাবি থ'লে— বেছি বিপদ দেখা দিলে তাই ছাগলীজনী বেচি দিব। চাউল কিনিবলৈ পইচা নাই। বৈকুণ্ঠ বিচনাত পৰি থাকিলে পেটত গাঁঠি দিব লাগিব। অন্ততঃ ল'ৰা-ছোৱালীকেইটা আৰু বুঢ়াজনৰ মুখতকো এমুঠি ভাত দিব লাগিব।

*** *** ***



মোৰ এই উপন্যাসত মই পাহি, বৈকুণ্ঠ, সুৰথ, কুমো বা লাহীদলৰ বিভিন্ন মানুহ তথা পৰিবেশৰ কথা লিখিছোঁ যদিও আচল নায়ক আনন্দহে। উলূপীৰ বাহিৰেও আন এজনী ছোৱালীৰ কথা মই কিন্তু লিখিব লাগিব। নহ'লে গোটেই কাহিনীটো অসম্পূর্ণ হৈ পৰিব। এইজনী ছোৱালীৰ নাম তৃণামালা বর্মন, চমুকৈ তৃণা।

তৃণা লাহীদলৰ অভিমন্যু বর্মনৰ একমাত্র ছোৱালী যদিও আজিকালি লাহীদলৰ লগত তৃণাৰ কোনো যোগাযোগ নাই; তথাপি ইয়াতেই তৃণাৰ শৈশৱ আৰু কৈশোৰ উত্তীর্ণ হৈছে। আজিও গাঁৱলৈ আহিলে তৃণাই চকু মুদি কৈ দিব পাৰে পাগলাদিয়াৰ কোনটো ঠাইৰ পাৰত বুঢ়া শিমলুজোপা আছে, পৰাশৰ মিস্ত্রীৰ ঘৰ কোনটো, অৰুণ আৰু গোলক উঠি যোৱা বস্তি কোনখন। কিছু কথা নিমিলিব অৱশ্যে। কিছুমান ঘৰৰ চাল উৰলি গৈছে; কোনোবাই টিনপাতৰ ঘৰ উঠাইছে, পাঠশলীয়া বুঢ়ীৰ চকু যোপা হৈছে। কুমোক কিন্তু চিনি পাব। বাপেকৰ গালি খায়ো কুমোৰ লগত তৃণাই পাগলাদিয়াত সাঁতুৰি চকু ৰঙা কৰিছিল, উমেশৰ বাৰীত বগীজামু চুৰ কৰিবলৈ গৈ কোনো-বৰলৰ কামোৰ খাই দুদিনো বিচনাত পৰি আছিল, হেদুইতৰ বকুল তিনি জোপাৰ তলত লুকাভাকু খেলিছিল। আজি কুমোক দেখিলে তৃণাৰ হয়তো চকুপানীও ওলাব পাৰে। সেই তেজগোৰা হাঁহিমুখীয়া কুমোতো এতিয়া আৰু নাই। কুমো যে এতিয়া ধ্বংসস্তূপৰ ভগ্নাৱশেষত পৰিণত হৈছে —

তৃণাই খবৰ নাপায় হয়তো। বহু বছৰ তাই এই গাঁৱলৈ অহা নাই বা ইয়াৰ খবৰো পোৱা নাই। বহু কথা পাহৰি যাবও তো পাৰে। সময়ে কাক যে কি ভাবে সলনি নকৰে! তৃণাক দেখিলে কুমোৱো চিনি পোৱাত অসুবিধা হ'ব পাৰে। সেই তৃণাৰো বহুত পৰিবৰ্তন হৈছে। পখিলাৰ দৰে নাচি-বাগি হিলদল ভাঙি গাওঁ চলাথ কৰা অকণমাণি ক্ষীণ তন্বী তৃণা এতিয়া যৌৱনৰ পয়োভৰেৰে ঐশ্বৰ্যময়ী, পৰিপূৰ্ণ সুস্বাস্থ্যৰ দীপ্তিৰে সালংকৃতা, সমুজ্জ্বল। বহু মানুহৰ মাজত ঘপহকৰে কুমোই তৃণাক 'এইজনী তৃণা' বুলি সাৰটি ধৰিব নোৱাৰিবই কিজানি। অথচ দুয়োৰে শৈশৱ আৰু কৈশোৰ সামান্য অগা-পিছাকৈ উত্তীৰ্ণ হৈছে। বয়সত কুমো তৃণাতকৈ সামান্য ডাঙৰ। চহৰত থাকিলে, পঢ়া-পাতি কৰি থাকিলে কুমোৱো কিজানি বয়স স্থিৰ হৈ থাকিলহেঁতেন, গাৰ ৰং তৃণাৰ দৰে পকা সুমথিৰা বৰণৰ হৈ থাকিলহেঁতেন। কুমোৰ দুৰ্ভাগ্য তাইৰ সকতেই বিয়া হৈ গ'ল, বিয়াৰ পিছতে মাতৃও হ'ল আৰু জীৱনৰ মৰুভূমিত খোজ দিব লাগে কাৰণে চাগৈ বিধৱাও হ'ল।

অভিমন্যু বৰ্মনৰ ছোৱালী হিচাপেই যদিওবা তৃণাৰ পৰিচয়, তথাপি তৃণাৰ এক নিজস্ব পৰিচয় আছে! সেই কথা পিছত।

বংশ-পৰম্পৰা, ঐতিহ্য, ঐশ্বৰ্য আদিৰ কালৰপৰা বিচাৰ কৰিলে, লাহীদলৰ তিনিশ ঘৰ মানুহৰ ওপৰত বংশানুক্ৰমিক কৰ্তৃত্ব চলোৱাৰ অবিসম্বাদিত অধিকাৰ পোৱাৰ কথা মনত ৰাখিলে অভিমন্যু বৰ্মনৰ ঊৰ্দ্ধপুৰুষক মোৰ এই উপন্যাসে কেৱল শোষক বা ৰক্তপিপাসু হিচাপে অংকিত কৰিব; গতিকে সেই পুৰণি কাহিনী খুচৰিবলৈ মই নাযাওঁ। মোৰ এই কাহিনীক তেওঁলোকে বিশেষ একো প্ৰভাৱিত নকৰে। অৱশ্যে এই কথা মই স্বীকাৰ কৰিব লাগিব যে বংশৰ তেজ-মঙহৰ সম্পৰ্কৰ কাৰণেই ক্ষমতালিপ্সাৰ সোঁত পূৰ্বপুৰুষৰ পৰা অভিমন্যু বৰ্মনৰ শৰীৰলৈকেও বৈছে। কিন্তু কিছু পাৰ্থক্য আছে, যৰং স্বৰূপো বেলেগ। পূৰ্বপুৰুষৰ এতিয়াৰ সীমাবদ্ধ আছিল গাঁৱৰ চাৰিসীমাৰ ভিতৰত, অভিমন্যু বৰ্মনৰ দিনত সি বহু দূৰ-সুদূৰলৈ বিস্তৃত হৈ পৰিল। যদি সৌভাগ্যই লগ এৰা নিদিয়ে, তেনেহ'লে অভিমন্যু বৰ্মনৰ মন্ত্ৰী হোৱাৰ পথত ৰাহু-কেতু নাই। নতুনকৈ নিৰ্বাচন হ'লে তেওঁ কেৱল এম. এল. এ. হৈ ৰহি থাকিব নালাগে, তাতকৈ বহু ওপৰলৈ যাব পাৰিব; কাৰণ তেওঁ মুখ্যমন্ত্ৰীৰ আস্থাভাজন পৰম সুহৃদ ব্যক্তি।

লাহীদলৰ মানুহেই খাটি-মেলি, দিনক ৰাতি কৰি, ভোক-পিয়াহ পাহৰি অভিমন্যু বৰ্মনক এম. এল. এ. কৰিছিল। মানুহবোৰৰ কি উৎসাহ! কি উদ্দীপনা! বেঁটু কবিৰাজ, সিধু জেঠা, বেলা মহাজনহঁতৰ তৰিত কি বল, মুখত কি কথা,— বিহু মাইলো দৰ্কাৰ হ'লে খোজকাঢ়ি যাব, দহ ঘণ্টাও মিটিঙত অনৰ্গল বকি যাবহু। অভিমন্যু বৰ্মন জিকিব লাগে। যেন-তেন -প্ৰকাৰেণ। অভিমন্যু বৰ্মনৰ জয় মানেই লাহীদলৰ জয়, যমুনাবতাৰী, আলাপ, বেঁচুপাৰা, শাকতলৰ জয়। বৰ্মন জিকিলেই লাহীদল ৰাতাৰাতি সোণালী হৈ যাব। সোণৰ স্কুল হ'ব, সোণৰ কুঁৱা হ'ব, সোণেৰে বন্ধা মথাউৰি হ'ব, পাগলাদিয়াৰে পানী নবৈ জুলীয়া সোণ ব'ব। মানুহৰ দুখ-কষ্ট আৰু নাথাকে। লাহীদল অমৰাৱতী নহ'লেও পূৰ্ণানন্দ বুঢ়াগোঁহায়ে ইংৰাজ কেপ্টেইন ওৱেলছক মৰ্ণোৱা ৰংপুৰ নগৰৰ দৰে ঐশ্বৰ্যমণ্ডিত হ'ব। নিৰ্বাচনৰ দিন যিমানে ওচৰ চাপি আহিল, লাহীদলৰ মানুহৰ আশা-আকাংক্ষাৰ কড়ি-তুৰগ যাদৃচ্ছিক দ্ৰুতিত দৌৰিবলৈ ধৰিলে। এই গতি যেন আৰু নাথামিবই।

অভিমন্যু বৰ্মনৰ কিছু টকা আছিল আৰু আছিল উত্তৰাধিকাৰী সূত্ৰে পিতৃ-পিতামহৰ পৰা পোৱা প্ৰচুৰ মাটি, মণিকূট থকা বৰ্ডা টিনৰ ঘৰ, তামোল-পাণ-নাৰিকলৰ বাৰী; কিন্তু তেওঁৰ তেনে কোনো ৰাজনৈতিক জীৱন নাছিল, সমাজ বা মানুহৰ কল্যাণ তথা উন্নয়ন সাধনৰ নামত তেওঁৰ বিন্দুমাত্ৰও ত্যাগ নাছিল। অতি সৌভাগ্যৰ বলত তেওঁ এবাৰ টাউন কমিটিৰ চেয়াৰমেন হৈছিল। তাকো এনেয়ে নহয়। টাউনৰ মানুহক লক্ষ্মী মন্দিৰ এটা সাজিবলৈ টকা সাত হাজাৰ দিছিল কাৰণেহে তেওঁক এই পদাভিষিক্ত কৰা হৈছিল। কিন্তু টাউন-কমিটিৰ চেয়াৰমেন হৈ থকা কালত তেওঁ বহু কংগ্ৰেছী নেতাৰ সংস্পৰ্শলৈ আহিল। টানে-মস্কিলে তেওঁলোকৰ দুই এজনক পা-পইছাৰে সহায় কৰি বৰ্মন আস্থাভাজন হ'ল। এই দেশত ত্যাগ-স্বীকাৰৰ কিবা প্ৰয়োজন আছে নেকি? নেতা হোৱাৰ দৰে সহজসাধ্য কাম এটাত ত্যাগ স্বীকাৰৰ প্ৰয়োজন ক'ত? মানুহৰ ভালপোৱা, স্বীকৃতি পালেহে কিবা নেতা হ'ব পাৰি নেকি? কত বিকল্পক পথ সমুখত পৰি আছে! খোজ দিলেই হ'ল। ফুলৰ দলিচা পাৰি থোৱা আছে।

অভিমন্যু বৰ্মনে টিকট পালে। তাৰ বাবে তেওঁৰ কোনোদিনে জেল খাটিবলগীয়া হোৱা নাই, স্বাধীনতা আন্দোলনত জাঁপিয়াই পৰিবলগীয়া হোৱা নাই,

আনকি জনসভাত উদাত্ত গদ্‌গদ্ স্বৰে দেশ-উদ্ধাৰৰ বাবে লেকচাৰ দিবলগীয়াও হোৱা নাই। তেওঁ যৎসামান্য টকা খৰচ কৰিছে মাত্ৰ।

লাহীদলৰ কোনো মানুহেই অভিমন্যু বৰ্মনক ভাল পাবলৈ শিকা নাছিল। কিন্তু ভাল পাইছিল তেওঁৰ পত্নীক। বৰ মৰম-বেথাৰ মানুহ আছিল তৃণাৰ মাক। ধীৰ-স্থিৰ-শান্ত স্বভাবৰ, অমায়িক এই মানুহগৰাকীক লাহীদলৰ সকলো মানুহেই শ্ৰদ্ধা কৰিছিল। বিয়াৰ বহু বছৰ পিছলৈকেও সন্তানৰ মাতৃ হ'ব নোৱৰা অপৰাধত তেওঁক বৰ্মনে আৰু শাহুৱেকে অকথ্য অত্যাচাৰ কৰিছিল। শাহুৱেক ঢুকোৱাৰ পিছত বৰ্মনে আৰু বেছিকৈহে তেওঁক নিষ্ঠুৰ ব্যৱহাৰেৰে জ্বালাতন কৰিছিল। অৱশেষত তৃণাক জন্ম দি যেনিবা তেওঁ অত্যাচাৰৰ পৰা সামান্য ৰেহাই পালে। শেষ ৰেহাই পালে তৃণাৰ সাত বছৰ বয়সত। কোনো চিকিৎসা হোৱাৰ আগতেই চাৰিবাৰ বমি আৰু তিনিবাৰ পনীয়া শৌচ কৰিয়েই তেওঁ চকু মুদিলে। তৃণা সেই সময়ত মোমায়েকৰ ঘৰত আছিল। তাইক দেখা নাপালে। বৰ মৰম কৰিছিল তৃণাক, এক মুহূৰ্তও চকুৰ আঁতৰ নকৰিছিল। তৃণা জন্মা কাৰণেই যে তেওঁ মুক্তি পাইছিল! মৃত্যুৰ চৰম মুহূৰ্তত যন্ত্ৰণাত, তীব্ৰ মনোকষ্টত তেওঁ কেৱল তৃণা তৃণা বুলি চিঞৰিছিল। তৃণাক বাদ দি তেওঁৰ আৰু আন কোনো স্বপ্ন নাছিল। প্ৰতিবাদৰ ভাষা নজনা এই মানুহজনীয়ে তৃণাৰ গাত এটা আঁচোৰ লাগিলেই হাঁয়ে-বিয়ে লগাই দিছিল। তেওঁ মৰিলে ঘৰ নচপা মানুহজনৰ হাতত পৰি ছোৱালীজনীৰ কি গতি হ'ব তাৰ চিন্তা কৰি থাকোঁতেই তেওঁৰ চকু চিৰকাললৈ জাপ খাই গ'ল।

ঘৈণীয়েকৰ মৃত্যুৰ পিছত অভিমন্যু বৰ্মনৰ পথৰ কাঁইট দূৰ হ'ল। শবাধ যোৱাৰ পিছত তৃণাৰ যাবতীয় দায়িত্ব একপ্ৰকাৰ চাকৰ-বাকৰৰ হাতত এৰি দি অভিমন্যু বৰ্মন জনসেৱাত আত্মনিয়োগ কৰিবলৈ উঠি পৰি লাগিল। সেই চেষ্টাৰ ফলশ্ৰুতি হিচাপেই তেওঁ পাৰ্টিৰ টিকট পালে, পইচা খৰচ কৰি লাহীদলৰ মানুহক ৰাতাৰাতি নিজৰ ফলীয়া কৰিলে আৰু নিৰ্বাচনত লাহীদলৰ মানুহৰ কান্ধত ভৰ দি বৈতৰণী পাৰ হ'ল।

তেওঁ নিৰ্বাচনত উঠা সময়ত আনন্দ স্কুলৰ ছাত্ৰ; বৈকুণ্ঠও বয়স-বুদ্ধিৰ ফালৰপৰা পৈণত নহয়। বৈকুণ্ঠই তেতিয়া শোষণ-শাসনৰ অ-আ-ক-খ বুজি পোৱা নাই। মাইনৰ স্কুল পাছ কৰি হাইস্কুলৰ দুই শ্ৰেণী গচকি দেউতাকৰ দুখ-মোচন

কৰিবলৈ সি হালত ধৰিছে।পঢ়াৰ ইচ্ছা আছিল, বুদ্ধিয়েও ঠগোৱা নাছিল; কিন্তু দেউতাকে অকলে খেতি চলাব নোৱাৰে, লগ এটা নহ'লেই নহয়। সাত-পাঁচ গুণি 'সি নপঢ়িলে নাই, আনন্দই পঢ়িলেই হ'ব', বুলি বৈকুণ্ঠই কেঁকোৰা নাঙলৰ মুঠিত কঠিন হাতৰ বান্ধ লগালে। হাল বাব লাগে বায়, অভিমন্যু জেঠাই গাড়ীত তুলি নিব খুজিলে যায়, ওপৰলৈ হাত তুলি কিবা 'জয়....জয়....' বুলি চিঞৰিব লাগে চিঞৰে। হে হৈ কৰি এটা মজাও লাগে। গাঁৱৰ আটাইমখা ল'ৰা-ছোৱালী থাকে। অভিমন্যু জেঠাৰ টাউনৰ ঘৰত চাহ-জলপান, ভোজ-ভাত খোৱা হয় মহা ধুমধামেৰে। তাতো এটা বেলেগ আনন্দ আছে। সেই আনন্দৰ ভাগ ল'বলৈ পালেও অন্তৰ নাচি উঠে।

আমাৰ আনন্দ কিন্তু যোৱা নাছিল। কিহে জানো তাক ভিতৰৰপৰা সাৱধান কৰি কৈছিল, 'এইবোৰলৈ নাযাবি। এই ধাৰাৰ লগত আপোচ নকৰিবি।'

তৃণা আৰু সি একে স্কুলতে পঢ়ে। একে শ্ৰেণীতে। এদিন তাই তাক সুধিলে, 'তুমিও দেউতাৰ লগত নোযোৱা কিয়? গাড়ীত উঠিবলৈ তোমাৰ মন নাযায় নেকি?'

'এনেকুৱা গাড়ীত উঠিবলৈ মন নাযায়।' আনন্দই কৈছিল। দুয়ো স্কুলৰপৰা একেলগে উভতিছে। বাস্তাত কথা পাতি আহি থাকোঁতে তৃণাই এই কথা সুধিছে। আনন্দৰ উত্তৰ শুনি তাই হঠাৎ বৈ দিলে। আনন্দৰ কথাই তাইৰ কৈশোৰ আৰু যৌৱনৰ বয়ঃসন্ধিত অপেক্ষমান উতনুৱা চিত্তৰ আবেগ ক্ষণিক স্তব্ধ মন্দাক্ৰান্তা কৰি তুলিলে। আনন্দক তাই ভালো পাব নোৱাৰে, সহ্যও কৰিব নোৱাৰে। আনন্দই ফটা-ছিটা চোলা-পেণ্ট পিন্ধি স্কুললৈ আহে, ঘৰত সি গৰু চৰোৱাৰেপৰা আৰম্ভ কৰি খৰি ফলা, ধানকটা কাম কৰে, অথচ পৰীক্ষাত প্ৰথম হয়, তৃণা হয় দ্বিতীয়, নহয় তৃতীয় হয়। আনন্দই তাইৰ কথাৰ কটা কটা উত্তৰ দিয়ে, তাইক আঘাত কৰে আৰু উলুপীহঁতৰ ঘৰত সময় কটায়। সুৰথৰ নিচিনা কাণ-কটা এটাৰ লগত জোকৰ দৰে লাগে থাকে। এইবোৰ তৃণাৰ ভাল নালাগে। আচ্ছা, আনন্দৰ বোলে পাটীগণিত আৰু ইংৰাজী টেক্সট নাই, তেনেহ'লে সি প্ৰতিখন পেপাৰতে তাইতকৈ বিছ-বাইছ নম্বৰ বেছি পালে কেনেকৈ? দেখা যাব। ইঃ, দেউতাকৰ গাড়ীত নুঠে! তেম চোৱা। খাবলৈ পেটত ভাত নাই, ভিক্ষা বাহি বণিজ কৰিবলৈ যায়! একেবাৰে বাজকোঁৱৰ! উলুপীৰ ওপৰতো তৃণাৰ খং উঠি যায়। একেবাৰে দুয়োটাই আঠা লগাদি লাগি থাকে। কিবা লাজ-লজ্জা বুলিবৰ নাকৰ আগত থাকিলেহে!

তৃণাই বৈ দিলে। আনন্দ আগবাঢ়ি গ'ল। সি পিছলৈ এবাৰো উভতি নাচালে। টৌমাৰাৰ কৰচ গছজোপাৰ তলত বহুসময় থিয় দি থাকি অৱশেষত তৃণাই হুকহুকাই কান্দি দিলে। কিয় কান্দিলে তাই একো নাজানে। সেউতাকক আনন্দই বেয়া পোৱা বুলি জানি তাই কান্দিলে নেকি? তাইতকৈ আনন্দই পৰীক্ষাত সদায় বেছি নম্বৰ পোৱাৰ আক্ৰোশত তাই কান্দিলে নেকি? অপমান পোৱাৰ দুখত তাইৰ চকুপানী ওলাল নেকি? একো ক'ব নোৱাৰিলে, একো বুজিব নোৱাৰিলে। ফ্ৰকৰ কাপোৰেৰে চকুলো মচি মচি তাই আনন্দ নেদেখা হ'লতহে খোজ ল'লে।

বহু দিনলৈ আনন্দক তাই মাতবোল কৰা নাছিল। আনকি চকুৱে চকুৱেও চোৱা নাছিল। স্কুললৈ যোৱা আক অহাৰ সময়ো বেলেগ বেলেগ হৈছিল।

আনন্দৰ কিন্তু তৃণাৰ প্ৰতি কোনো বিদ্বেষ নাই, বৰং সহানুভূতিহে আছে। তৃণাৰ মাকক আনন্দই নিজৰ মাকৰ সমানে ভাল পাইছিল। তৃণাৰ মাক নাই কাৰণে আনন্দই তৃণাক বেছি মৰমৰ চকুৰেহে চাইছিল। তৃণা যে জেদী স্বভাৱৰ হৈছে তাৰ কাৰণ মাতৃহীনা ছোৱালীজনীয়ে পিতৃৰ মৰমৰপৰা বঞ্চিত হোৱাটো — এই কথা আনন্দই কিছু কিছু ধৰিব পাৰিছিল। আনন্দই খং চাই ভাল নাপায়। সি বৰুণী নাবায়— কাৰণ টোপ লৈ টনা-আঁজোৱা কৰা মাছৰ মৃত্যু-খেলা দেখি সি আনন্দ অনুভৱ নকৰে। বিশ্ব-প্ৰকৃতিও তাৰ মনত অৰ্থহীন, যদিহে মানুহক বাদ দি প্ৰকৃতিক বিচাৰ কৰা হয়। সি ভাবিলে, তাৰ স্পষ্টবাদিতাৰ আঘাতে তৃণাক বিপৰ্যস্ত কৰিছে যদি সেইটো শোভনীয় হোৱা নাই। সি তাইক কিবা এটা বুজাই ক'ব বিচাৰিলে। শ্ৰেণীত সুবিধা নাই। তৃণাই তাক ইচ্ছা কৰিয়েই লগ দিব নোখোজে। কি কৰা যায় আনন্দই চিন্তা কৰিলে। বহু চেষ্টা কৰিও আনন্দই তৃণাক লগ ধৰিব পৰা নাই।

স্কুলত এদিন সৰস্বতী পূজাৰ মিটিং হৈছিল। তৃণা আগতে গুচি আহিল। কথাটো আনন্দই লক্ষ্য কৰি আছিল। শ্ৰেণীৰ কেপ্টেইন হিচাপে মিটিঙত আনন্দ

থকাৰ কথা। আনন্দই কিন্তু হেডমাষ্টৰৰ ওচৰত এটা অজুহাত দেখুৱাই মিটিঙত থাকিব নোৱাৰে বুলি কৈ ছুটী লৈ গুচি আহিল। কোবাকুবিকৈ খোজকাঢ়ি সি কোনোমতে তৃণাক কাহাৰপাৱাৰ ওচৰত লগ পালে। ঘৰ পাবলৈ তেতিয়াও দুমাইল বাকী।

তৃণাই লাহে লাহে খোজ দিছে। হঠাৎ পিছফালে খোজৰ শব্দ শুনি ঘূৰি চাই আনন্দক দেখি থতমত খালে। চকুৱে চকুৱে পৰিল। যেন বিব্ৰত আৰু লজ্জিত হ'ল। তলমূৰ কৰি তাই একো নামাতি লাহে লাহে গৈ থাকিল, আনন্দই কিন্তু কোনো সংকোচ নকৰাকৈ স্বাভাৱিকভাৱেই মাতিলে, 'তৃণা।'

তৃণাই একো নামাতিলে। গৈ থাকিল।

আনন্দই আকৌ মাতিলে, 'তৃণা।'

তৃণাৰ সৰু অন্তৰখনত ইতিমধ্যে তুমুল বা-মাৰলিৰ সৃষ্টি হৈছে। আনন্দক তাই নামাতিবলৈ ঠিক কৰিছিল। এতিয়া মাতে কেনেকৈ? নিজৰ ওচৰতেই যে সৰু হৈ যাব লাগিব। কিন্তু ধৈৰ্য ৰাখিব নোৱাৰি তিক্ত সুৰ ফুটাই সুধিলে, 'পূজাৰ মিটিং শেষ হ'ল হবলা?'

আনন্দই হাঁহি ক'লে, 'হোৱা নাই। তোমাক লগ পাবলৈ গুচি আহিলোঁ।'

'কিয়? মোক লগ ধৰিবলৈ কিহৰ ইমান গৰজ পৰিল?' তৃণাই বেছ শ্লেষ সানিয়েই কথাৰ উত্তৰ দিলে।

আনন্দ আহত নহ'ল। তাৰ মুখৰ হাঁহিও ম্লান নগ'ল, হাঁহিসনা মুখৰ কোমল অভিব্যক্তি ব্যঞ্জিত কৰি সি সুধিলে, 'তোমাক মই বেয়া পোৱা নাই তৃণা, বৰং তুমি মোক বেয়া পাইছা। আচলতে মই এই পৃথিৱীৰ কাকো বেয়া পাব নোখোজোঁ। কোনোবাই অন্যায় কৰা দেখিলে, মানুহজনক বেয়া নাপাই কেৱল সেই অন্যায়ৰ প্ৰতিবাদ কৰিবলৈহে মোৰ মনত এটা ইচ্ছা জন্মে।'

'কিন্তু তুমি মোৰ দেউতাক বেয়া পোৱা?' প্ৰশ্নবোধক দৃষ্টিৰে তৃণাই ক'লে।

আনন্দই তৃণাৰ অদ্ভুত আচৰণৰ কাৰণটো বুজি পালে। সি ক'লে, 'তোমাৰ দেউতাৰাক ভাল পাব লাগে নে বেয়া পাব লাগে মই এতিয়াও ঠিক কৰা নাই। তেনে কোনো পৰিস্থিতিৰো সৃষ্টি হোৱা নাই। মই গাড়ীত উঠা কথাহে কৈছিলোঁ। গাড়ী আৰু দেউতাৰা একে হ'ল নেকি?'

তৃণা সন্তুষ্ট নহ'ল। আনন্দৰ উত্তৰত তাইৰ জিজ্ঞাসাৰ একো প্ৰত্যুত্তৰ নাই। কত মানুহে সেউতাকৰ বাবে দেহে-কেহে খাটিছে। দিন নাই, ৰাতি নাই, চকু কাণ মুদি ঘূৰি ফুৰিছে। গাড়ীত উঠি দেউতাকৰ বিজয় ডংকা বজাই হৈ- হৈ কৰিছে। তেনেস্থলত আনন্দ দেউতাকৰ বিৰুদ্ধে যাব কিয় ?

আনন্দই সুধিলে, 'তৃণা, তুমি বছৰেকীয়া পৰীক্ষাত প্ৰথম হ'বলৈ বিচাৰা ?'

ক'ৰ কথা গৈ ক'ত পৰিল তৃণাই উৰাদিহ নাপালে। খুব মনোযোগেৰে তাই আনন্দলৈ চালে। আনন্দৰ গাত বেঙুনীয়া বঙৰ এটা কঁটা চোলা, বেজিৰে কেৰাঠাইতো চিলাই কৰা হৈছে। আনন্দ যে অভাৱী পৰিয়ালৰ ল'ৰা পৰিধানেই চিনাকি দিছে।

তৃণাই সেপঢুকি ক'লে, 'হ'ব লগা থাকিলে হ'ম। কোনেনো প্ৰথম হ'ব নিবিচাৰে ?' সন্দিগ্ধ হ'ল, আনন্দ থাকিলে শ্ৰেণীত প্ৰথম হোৱাটো তাইৰ কাৰণে দুৰাশা।

ৰাস্তাৰে দুই এজন মানুহ মাজে মাজে পাৰ হৈ গৈছে। দূৰ দিগন্তত ধূঁৱলী মেঘৰ পৰিমণ্ডল চাই চাই আগবঢ়া আনন্দই তৃণাক ক'লে, 'তুমি এইবাৰ প্ৰথম হ'ব পাৰিবা।'

তৃণাই ভুল বুজিলে। আনন্দই হয়তো তাইক উপলুঙা কৰিবলৈকেহে তেনেকৈ ক'লে। মুখখন ওফোন্দাই তৃণাই ক'লে, 'এই কথা, ক'বলৈ তুমি মোক লগ নধৰিবও পাৰিলাহেঁতেন।'

আনন্দৰ আৰু কথা কোৱাৰ ইচ্ছা নহ'ল। সি তৃণাক এৰি আগবাঢ়ি গ'ল। বাটে বাটে ভাবি গ'ল— তৃণাই তাক নুবুজিলে। তথাপি তাইক দোষ দি লাভ নাই। আদৰুৱা ছোৱালী, অনুভূতিপ্ৰৱণ হ'বই। তৃণাৰ আঁৰ হ'বলৈ সি বেগাবেগিকৈ খোজ দিলে।

অভিমন্যু বৰ্মন নিৰ্বাচনত জিকিল। তেওঁ প্ৰতিদ্বন্দ্বী প্ৰাৰ্থীতকৈ বহু বেছি ভোট পালে। নিৰ্বাচনী প্ৰচাৰ শেষ হোৱাৰ দিনাখনেই অনুগত স্তাৱক, দলৰ কৰ্মী,

লাহীদল, শাকতলৰ প্ৰায় সকলোৰে এটা নিশ্চিত বদ্ধমূল ধাৰণা হৈছিল যে অভিমন্যু বৰ্মন নিজিকি নোৱাৰে। ইমান দিনৰ ৰাতিক দিন কৰা শ্ৰম পণ্ড হৈ যাব পাৰেনে?

আনন্দ, উচ্ছ্বাসৰ আতিশয্য আৰু অভাৱনীয় সাৰ্থকতাত অভিমন্যু বৰ্মনে লাহীদল-শাকতলৰ সমস্ত মানুহকে ভোজ-ভাত খুৱালে। বৰ্মনৰ ঘৰৰ চৌহদ লোকে লোকাৰণ্য হ'ল। দহটা পেট্ৰ'মাক্স লাইটৰ চকু চাঁট মাৰি ধৰা পোহৰে ৰাজসভাৰ আয়োজনক উপযুক্ত সাৰ্থকতা দিলে। হৈ-চৈ লাগি গ'ল। কেৱল মানুহেই মানুহ। অহা আহিছে, যোৱা গৈছে, খোৱাই খাইছে। ৰান্ধনিৰ গাৰে ঘামৰ জোল বৈছে, বিলনীয়াৰ চকু কপালত উঠিছে। যোগাৰী ভঁৰালীৰ গাত কালী চৰিছে। কোনেও উশাহ ল'বৰ সময় পোৱা নাই। ইমান মানুহক একেখন চোতালতে খুওৱা মেলা কৰাটো জানো কম কথা!

সিধু জেঠাই ভগী খুৰাক ক'লে, 'এইহে কথাৰ কথা। যেনে মানুহ তেনে কাম। চাবা, লাহীদলৰ উন্নতি নহৈ নোৱাৰে। কম কথাত লাগিনো ইমান খাটিলোঁনে?'

সিধু জেঠাই পেটত ধৰাখিনি গিলি হাত-মুখ ধুই আহি বৰ্মনৰ বাট-চ'ৰাত বহি খুন্দা তামোল পাগুলি, দাঁতত খৰিকা সুমুৱাই তৃপ্তিৰ উগাৰ মাৰি ভগী খুৰাক আনন্দ-সংবাদ দিছে। আনন্দত তেওঁৰ হৃদয় পয়োধিসদৃশ বিশাল মহাৰ্ণৱ হৈ পৰিছে।

ভগী খুৰাই ডেকা বয়সত ডেৰ কিলো খাহীৰ মাংস খাব পাৰিছিল। এতিয়া বয়ঁস ষাঠিৰ ওচৰা-উচৰি। দাঁতো ভালেকেইটা গ'ল। মাৰিৰে চেপি কিমান খাব? ঢিলা মাংসহে দুই এটুকুৰা ধৰিলে। তেওঁৰ বৰ আফচোচ থাকি গ'ল— ডেকা কালত কিয় যে এনেকুৱা এটা খানা নাপালে। পালে দেখুৱাই দিলেহেঁতেন। কে'বাবছৰো ঘৰত মাংস খাব পোৱা নাই। ভাতেই নিমিলে। মাংসতো দূৰৰ তৰা। তেওঁৰ কথাত অভিযোগৰ সুৰ, 'আগ্ৰাখন বেছ ভালেই হৈছিল, পিছে জুলা বেছি হৈছে। কি কোৱা? মাছৰ টেঙাখন অৱশ্যে জুতিত উঠিছে।'

ইব্ৰাহিম ছাৰো আহিছিল। তেওঁ পিছে একো নাখালে। বৰ্মনক এবাৰ মাত লগাই গ'ল।

টাউনৰ মানুহক বৰ্মনে বেলেগকৈ টাউনতে 'ফিষ্ট' দিব বুলি ঠিক কৰিছিল। তথাপি দুই এজনক গাঁৱলৈ মাতিছিল। তাৰ ভিতৰত ঘেঁটু কবিৰাজ অন্যতম।

দেউ আৰু বামুণসকলৰ কাৰণে বেলেগকৈ খোৱা-লোৱাৰ ব্যৱস্থা কৰা হৈছিল। ৰান্ধনিও বেলেগ, বিলনীয়াও। বাকী সমাজৰ কাৰণে শূদিৰে ৰান্ধিছে,

দেউ সকলে সেই অন্ন স্পৰ্শ কৰিলে পৰাচিত হ'ব লাগিব। জাতি গ'লে বৌ বৌ নৰকত পঁচাৰ ভয় আছে।

বাংকো দেউৰে মাংসৰ আঞ্জাৰ বং দেখি হাত সামৰিবৰ বাবেই ৰোৱাবিলে, আগতে বাটিত হাতৰ আঙুলি তিয়ালে। পিছে চাকি চাই তেওঁৰ মুখমণ্ডলত ভাঁজ পৰিল। শূদিৰ সমাজৰ বন্ধা-বঢ়া ইয়াতকৈ উৎকৃষ্ট হৈছে, কাৰণ পুতেকটোৱে মনে মনে শূদিৰ সমাজত বহি তাৰ পৰা সৰকাই নিয়া দোনা এটাৰ পৰা বাংকো দেউৰে ঘৰতে কোনেও নেদেখাকৈ জোলসহিত মাংস এটুকুৰা চাকি চাই আহিছে।

উমেশ বান্ধনিৰ হাত ভাল। আজি বেয়া কৰা দেখি দেউৰে তাক ধমকি দিলে, 'পচলা বান্ধিছ নেকি অ'? এইবোৰ কিবা মাংসৰ জোল হৈছে নেকি?'

উমেশ পিছে মনে মনে থাকিল। দেউৰ লগত তৰ্কযুদ্ধত নামি জয়লাভ কৰাৰ আশা কৰাটো তাৰ পক্ষে বাতুলতা।

এনেকুৱা বিভিন্ন মন্তব্য চলিল। বৰ্মনে সকলোকে হাতযোৰ কৰি সেৱা কৰিলে, দোষ-ত্ৰুটী হ'লে অপৰাধ মাৰ্জনা কৰিবলৈ সবিনয় নিবেদন জনালে আৰু অতি ব্যস্ততাৰে এম এল. এ.ৰ গাম্ভীৰ্যৰে আগচোতাল পিচ চোতাল কৰিলে। অতিৰিক্ত সুবিধা পাই তেওঁ এটা সময়ত অলপমান পানীয়ও সেৱন কৰি ল'লে, অৱশ্যেই পৰিমিত পৰিমাণে। তাৰ পিছত জৰ্দা-পাণ আৰু ইলাচী চোবাই চোবাই অতিথি-অভ্যাগতক সাদৰ অভ্যৰ্থনা জনালে। বিনয় দেখুৱাবলৈ তেওঁ কাৰ্পণ্য নকৰিলে। তেওঁ জানে— এওঁলোক, মানে এই নিমন্ত্ৰিতসকল বৰ বেছি দামী মানুহ নহয়। তথাপি এওঁলোকক একে কোবে হাতৰ মুঠিৰ পৰা দলিয়াই দিয়া উচিত নহ'ব। হাজাৰ হওক, কৃতজ্ঞতা বুলি এটা বস্তু আছে। এওঁলোকৰ কান্ধত খিয় দি দেৱাল পাৰ হৈছে যেতিয়া, নতবা-নিচিন্তাকৈ মৈখন গুৰিয়াই দিয়াটো উচিত নহ'ব। নমাবোতো এটা বাস্তা লাগে।

ভৃগাই মানুহৰ মাজে মাজে ঘূৰি ঘূৰি আনন্দক লক্ষ্য কৰিছিল। আনন্দক তাইৰ চকুত নপৰিল। কত মানুহ আহিল গ'ল; কিন্তু আনন্দৰ ছাঁটোও তাই নেদেখিলে। ঘনকান্তহঁতৰ ঘৰৰ কেৱল বৈকুণ্ঠ আহিছে। আনন্দ আহিলে ভৃগাই এক বুজাৰ নোৰৰা জয়ৰ আনন্দ পালেহেঁতেন। শেষ দলটোৱে খাবলৈ বহোঁতে ৰাতি বাৰটা বাজি গ'ল। ভৃগাই তেতিয়াও ক্ষীণ আশা এটা ৰাখিছিল— আনন্দ আহিব। সেই আশা নিষ্ফল হোৱা দেখি কিবা এক দুখে-অভিমানে জৰ্জৰিতা ভৃগাই

একো নোখোৱাকৈ সকলোৰে অলক্ষিতে বিচনাত পৰি গাৰুত মুখ গুজি ফেকুৰি ফেকুৰি কান্দিলে।

ইয়াৰ কিছুদিন পিছত বৰ্মন শ্বিলঙলৈ গ'ল। তৃণাক লগত লৈ যাব নোৱাৰিলে, কাৰণ সন্মুখত তাইৰ বছৰেকীয়া পৰীক্ষা। এই সময়ত তাইক শ্বিলঙলৈ লৈ যোৱা মানে এটা বছৰ অবাবত নষ্ট কৰা।

তেওঁ অৱশ্যে মনে মনে যিটো আঁচনি কৰিছিল, সিধু জেঠাক জনাবলৈ নাপাহৰিলে। বাহিৰৰ কাম একাণপতীয়াকৈ কৰিব লাগিবই যেতিয়া, লাহীদলত থকাটো তেওঁৰ পক্ষে আৰু সম্ভৱপৰ নহ'ব। তেওঁ বাহিৰে বাহিৰে থাকিলে অকলশৰীয়া ছোৱালীজনীক কোনে চোৱাচিতা কৰিব? গতিকে বংশৰ চিন হিচাপে ভেটিটো আৰু দুই চাৰিপূৰা মাটি ৰাখি বাকীখিনি তেওঁ বিক্ৰি কৰি দিব খোজে। তেনে নকৰিলে তেওঁৰ পক্ষে চন্তালি চলাটো মস্কিল হ'ব।

সিধু জেঠাই পলম নকৰিলে। খুব গোপনে দলিল-দস্তাবেজৰ কামখিনি হ'ল। বৰ্মনৰ সৰহখিনি মাটি সিধু জেঠাই কিনি ল'লে। কিছু টকা দিলে, বাকীখিনি কিস্তিত পৰিশোধ কৰাৰ ব্যৱস্থা হ'ল।

তৃণাৰ বছৰেকীয়া পৰীক্ষা হৈ যোৱাৰ পিছত বৰ্মনে গাঁৱৰ মুখিয়াল দুই এজনক তেওঁৰ লাহীদল এৰাৰ সিদ্ধান্তটো জনালে। একেবাৰে ত্যাগ নকৰে। ভেটিটো থাকিল, ঘৰ-দুৱাৰ ৰ'ল, চাকৰ-বাকৰো ৰ'ল যেতিয়া আহি থাকিবই লাগিব। তাতে গাঁৱৰ কাম কৰিবও লাগিব। লাহীদল শাকতলৰ ৰাইজৰ উন্নতি সাধন কৰিবলৈ তেওঁ নিজনি প্ৰতিশ্ৰুত। এই গাঁওবোৰৰ বহু অভাৱ আছে। স্কুল লাগে, ৰাস্তা-ঘাট লাগে, দমকল লাগে, মথাউৰি বান্ধিব লাগে, খেতি-পথাৰত পানী যোগানৰ ব্যৱস্থা কৰিব লাগে, দৈবাৎ বানপানী হ'লে ৰিলিফৰ চাউল-দাইল-আটা-ময়দাৰ যোগান ধৰিব লাগে, খৰাং বতৰ হ'লে অনুসন্ধান সমিতি পাতি দিয়াৰ গুৰি ধৰিব লাগে। এই আটাইবোৰলৈ পাত-পাতকৈ চকু দিবলৈ হ'লে বৰ্মন এই গাঁৱলৈ আহি থাকিবই লাগিব।

সিধু জেঠাৰ কাৰ্যসিদ্ধি হ'ল। তেওঁ পিছে বৰ্মনৰ ভাব-গতি কোন সুঁতিৰে বৈছে গম পালে। ৰাংকো দেউক সোমবৰীয়া হাটবপৰা উভতি আহি থাকোঁতে কৈয়েই পেলালে, 'কথা কিন্তু বেলেগহে, খাই কাৰ্শলা গছত উঠিব বিচাৰিছে।'

বৰ্মন সম্পৰ্কেই দুয়ো ওৰে বাত্তা কথা পাতি আহিছে। দেউৱে ভালকৈ জেঠাৰ কথা নুবুজি সুধিলে, 'কিবা ক'ব খুজিছা?'

'বৰ্মন আৰু ইয়াত নাথাকে। এম.এল.এ. হ'ল। মুনুক-খানাকৈ শুনিছোঁ— গুৱাহাটীত মাটি কিনি ঘৰো বান্ধিব খুজিছে হ'বলা।'

দেউৱে গহীনাই মন্তব্য কৰিলে, 'তোমাক বৰ্মনে হোলোঙাৰে খুচি স্বৰ্গত থ'ম বুলি কৈছিল নেকি?'

'কি আজে-বাজে কথা কৈছাহে! মই ক'লো এটা, তেওঁ শুনিলে কিবা এটা।' সিধু জেঠা জঁকি উঠিল।

দেউও সহজে দমা পাত্ৰ নহয়। কথাৰ শক্তিশেল নিক্ষেপ কৰিবলৈ তেৰো জানে। একলব্য নহ'লেও অৰ্জুনৰ সগোত্ৰ। ক'লে 'তুমি কেইপুৰা সৰকালা?'

সিধু জেঠাই কথা বিষম দেখিলে। কেনেকৈ ইমান গোপনীয় কথা এটা এটা সদৰী হৈ গ'ল, সিধু জেঠাই তৎ পোৱা নাই। গোপনে ৰখাৰ উদ্দেশ্য আছিল। বৰ্মনৰ দ মাটি কেইপুৰাৰ ওপৰত বহুতৰে শেনচকু আছে। সিধু জেঠাতকৈও সামৰ্থ্য থকা মানুহ যেনা মহাজন বা যৌটু কবিৰাজৰ মাটিৰ কাষতে বৰ্মনৰ ৰুপিত মাটিৰ দাগ। সীমাভাগী। কবিৰাজীৰ নামত গোপনে চুলাই মদ, মোদকৰ পুৰিয়া বেচি লাখপতি হোৱা কবিৰাজে টাউনত দালাল সাজিছে। টকা থয় চন্দুক ভৰাই। সিধু জেঠাৰ টকাৰ পাল্লা কবিৰাজতকৈ কম ভাৰী। আগতেই ফুট পোৱা হ'লে কবিৰাজে নাহৰফুটুকীয়া থাপ মাৰিলেহেঁতেন। সীমাৰ মাটিৰ প্ৰতি লোভ কাৰ নাই?

বাংকা দেউৰ কথা চিধাই অস্বীকাৰ কৰি সিধু জেঠাই প্ৰায় ধাৰ সনা কটাৰীৰ দৰে চিক্‌চিকাই উঠাকৈ উত্তৰ দিলে, 'দেউ, পাঠ-স্বস্ত্যয়নহে তোমাৰ কাম। পৰৰ হাড়িৰ গোন্ধ লৈ তোমাৰ কি ফায়দা হ'বহে? মোৰ ওপৰত কিবা হতৰ-পতৰ আছে যদি চাফ চাফ কৈ দিয়া। জোৰ চাই লওঁ।'

দেউৱে কিন্তু চুলিত খামুচি খং দমালে। ক'লে, 'তুমি অলপ কথাতে বানপানী আনিলাহে। চন্তালিব লাগে। বুজিছা। মোক কবিৰাজেহে কৈছে। বৰ্মনৰ বাকী মাটি তেৰেঁই কিনিব। বন্দৱস্তও হৈছে।'

সিধু জেঠা একেবাৰে বৰফৰ দৰে চেঁচা পৰি গ'ল। হায় ৰামচু তেওঁ কি শুনিলে? আগতেই সাৱধান হৈ থাকিব লাগিছিল। লাভৰ ধন টিয়াই খালে। কবিৰাজে

যে তলে তলে মৰ কামোৰটো মাৰিব, তেওঁ আগতেই অনুমান এটা কৰিছিল। সেই কাৰণে বিশেষ গোপনীয়তা অবলম্বন কৰি এছ. ডি. চি.ৰ অফিচত চিনাকি মণ্ডলৰ হতুৱাই কবিৰাজ বা ঘেনা মহাজনে ফুট নোপোৱাকৈ তেওঁ সাতপুৰা মাটি কিনি লোৱাৰ ব্যৱস্থা কৰিছিল। বৰ্মনে যে আকৌ কবিৰাজকো ধৰিব, তেওঁ ভাবিবই নোৱাৰিলে। তাৰ মানে বৰ্মন বৰ চতুৰ মানুহ। তেওঁ যে গাঁৱত আৰু নাথাকে, সেইটো খাটাং। বতৰ চাই বৰ্মনে কঠীয়া পাৰিব জানে। এম. এল. এ. হ'ল, আৰু কি লাগে? গাঁৱত থাকি কি সোণৰ ফলটো পাব? তাতে ছোৱালীজনীৰ বাহিৰে তেওঁৰ কোনো লেঠা-কেঠা নাই।

হাতৰ মুঠিৰ পৰা সুযোগ পলাই যোৱা দেখি সিধু জেঠা বিমৰ্ষ হৈ পৰিল আৰু তেওঁ দেউৰ লগত এষাৰো কথা নপতাকৈ ঘৰ পালে।

এইখনেই লাহীদল। এই লাহীদলতে থাকে আমাৰ সিধু জেঠাহঁত, বাংকা দেউ, কণো মেম্বৰ, ভগী খুৰা, ঘনকান্ত, সুৰথহঁত। পাগলাদিয়াৰ পাৰৰ এই গাওঁখনত যেনেকৈ সুৰথ বা ঘনকান্তহঁতৰ জঁকা ওলোৱা খেৰৰ ঘৰ, তলি উদং ভঁৰাল আছে, ঠিক তেনেকৈ সিধু জেঠা, বাংকা দেউ, ঘেনা মহাজনহঁতৰ আঠ-দহ কুঠলীয়া টিনৰ ঘৰ আছে, আধিয়াৰে দি যোৱা টাঙাগুৰি, কলমদানী ধানৰ মেটমৰা ভঁৰাল আছে, অভিমন্যু বৰ্মনৰ বিৰাট হাউলী আছে।



প্ৰিয় পঢ়ুৱৈ,

এই কনট্ৰাক্টটো কেনে লাগে? বিচাৰ কৰক। আপোনালোকৰ বেছিভাগেই জনাবুজা শিক্ষিত মানুহ। আপোনালোকেই ভালকৈ বুজি পাব।

পৰিশ্ৰম কৰি সৎপথত ধন উপাৰ্জন কৰি কোনোৱাই তেঁৱাল তৰাই টিনৰ ঘৰৰ তলত ৰাজসুখ খালে, ক'বলৈ একো নাই। যোগ্য ভোগ্যা বসুন্ধৰা।

কিন্তু সিধু জেঠা, ঘেঁটু কবিৰাজ বা যেনা মহাজনহঁতৰ ক্ষেত্ৰত এই সূত্ৰ নাখাটে। তেওঁলোক অৱশ্যে অন্য একপ্ৰকাৰে যোগ্যতাৰ মৌলিক অৱস্থিত, তেওঁলোকৰ ভোগ-সুখো সেয়ে স্বাভাৱিক নিয়মেৰে অহা নাই। সামন্তবাদী বিলাস বা প্ৰাচুৰ্য তেওঁলোকে দেখা নাই সঁচা, কিন্তু ৰাজ-ৰক্ত তেওঁলোকৰ সিৰাই সিৰাই প্ৰবাহিত। ধন তেওঁলোকৰ জীৱনৰ প্ৰতিষ্ঠাৰ হাতিয়াৰ, বুদ্ধি হ'ল আগ্নেয়াস্ত্ৰ।

লাহীদল, শাকতল, দহকাউনীয়া, কেজেৰীতল আদিৰ দৰে মধ্য কামৰূপৰ এই গাওঁবোৰৰ শতকৰা নব্বৈজন মানুহেই ভূমিহীনৰ তালিকাভুক্ত। সামান্য একঠা-দুকঠা মাটিৰ বাৰী-বস্তি বা দুই-এবিঘা ৰূপিত মাটিৰ বাহিৰে এই নব্বৈ ঘৰ মানুহৰ জীৱিকাৰ আইন সংস্থান নাই। নিতান্ত দুই এঘৰৰ বাহিৰে কাৰো ঘৰত চাকৰিয়াল নায়েই। সেয়ে সৰহখিনিয়েই কেঁকোৰা নাঙলৰ ওপৰত নিৰ্ভৰশীল। কিন্তু মাটি নহ'লে নাঙল চলাব ক'ত?

গাওঁবোৰত পৰিবৰ্তনৰ ছাপ লাগিছে।

অৱক্ষয়ে প্ৰায় সকলো স্তৰৰ মানুহৰ হাড়-মজ্জালৈকে বটবৃক্ষৰ শিপা মেলিছে। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ আগৰ আৰু পিছৰ ছোৱাৰ গ্ৰামীণ আৰ্থ-সামাজিক পৰিবেশৰ মাজত বিস্তৰ ব্যৱধান। এটা পুৰুষে আনটো পুৰুষক কোনোটো কালৰপৰাই চুব নোৱাৰে। বিৰাট এক পাৰ্থক্যই এটাক আনটোৰ ওচৰত অপৰিচিত আৰু অনৰ্থবহ কৰি তুলিছে। ক্ষমতাত অধিষ্ঠিত হৈ থকাৰ নিঃসীম প্ৰৱণতা আৰু আকাঙ্খা, টকা-পইছা ধনে মানে ভোগধনী হৈ থাকি অধস্তনসকলক (আকাশৰ পৰা চাই) পাকে প্ৰকাৰে বেইজতি কৰাৰ লিপ্সা এইবোৰ গাঁৱত পুঁজিবাদৰ অনুষংগতেই চলি আছিল। অৱশ্যে গাঁৱৰ মুখিয়াল শ্ৰেণীটোৱে ইয়াক অন্য প্ৰকাৰে লৈছিল। এই প্ৰকাৰৰ অন্তৰ্নিহিত লক্ষ্য আছিল যেন-তেন প্ৰকাৰেণ ক্ষমতা বিস্তাৰ।

ফলত সিন্ধু জেঠা, ঘেনা মহাজন, বাংকা দেউ বা অভিমন্যু বৰ্মনহঁতে একেটা গতত পিতৃ-পিতামহৰ দক্ষিণাবেই টেকেলি ওপচাই ৰাজসুখ লাভৰ প্ৰয়াস কৰিছিল আৰু ভাবিছিল— এনেকৈয়ে তেওঁলোকৰ হাতৰ মুঠিতেই সময় বন্দী হৈ থাকিব শিকলিত আবদ্ধ কুকুৰৰ দৰে, ক্ষমতাৰ সঁচাৰ কাঠীৰে তেওঁলোকে সুখ-স্বাচ্ছন্দ্যৰ পুৰণি চন্দুক খুলি যুগ-যুগান্তৰলৈ মণি-মুকুতা উলিয়াই লিবিকি বিদাৰি চাই থাকিব পাৰিব। সন্তোষৰ হাঁহি মাৰিব পাৰিব।

কি দিন আছিল!

লাহীদলত বাঘ ওলালে বাঘ মাৰিবলৈ হৈ-চৈ কৰি গাওঁ ভাঙি আহিছিল মানুহৰ দল। হাতে হাতে যাঠী-জোং-টাঙোন। কিন্তু সকলো সমবেত হৈছিল অভিমন্যু বৰ্মনৰ দেউতাকৰ চোতালত। বৰ্মনৰ দেউতাকৰ বুদ্ধি ভাঙি আৰু দিহা পৰামৰ্শ শুনিহে মানুহে বাঘ ভেঁটিছিল। সমদলৰ আগত শিখণ্ডী হৈ গৈছিল বৰ্মনৰ দেউতাক। তেওঁ বন্দুক টোৱাই আগবাঢ়ি নগ'লে কাৰো কলিজাত বাঘ ভেঁটাৰ সাহস নাই। ক্ষমতাত অধিষ্ঠিতজনৰ প্ৰতি এয়া আছিল অকুণ্ঠ স্বীকৃতি।

আধিয়াৰে মালিকপক্ষক অস্বীকাৰ কৰাৰ ধৃষ্টতা লাহীদলৰ মানুহৰ সপোনৰো অগোচৰ আছিল। মালিকপক্ষই উঠ বুলি ক'লে বহাৰপৰা উঠি দি প্ৰজা কৃতাৰ্থ হৈছিল, বহ বুলি ক'লে বহি পৰম আনন্দত আপ্লুত হৈছিল।

এইবোৰ নিয়ম ঃ অতএব, নিয়ম লঙ্ঘন কৰি জগৰ লগাই দণ্ড দিবলৈ কাৰ মন যাব? তাতকৈ নিয়মত চলাই সৰ্বতো প্ৰকাৰে মংগল।

পুৰণি কথা। তথাপি মানুহে পাহৰা নাই। ঘাপ খোৱা মানুহে বেছিকৈ মনত ৰাখিছে। এনেকুৱা দিনোতো গৈছে যেতিয়া সামান্য পাণৰপৰা চুণখিনি খহাৰ অপৰাধত সিন্ধু জেঠা, বাংকা দেউ বা নৰহৰি বৰ্মনৰ হাতত ৰাম-যদু-হৰি-মধু অন্যায়ভাৱে লাঞ্ছিত-বঞ্চিত-অপমানিত হৈছে আৰু অপৰাধৰ প্ৰাপ্য শাস্তি হিচাপে তাকেই নিৰ্বিবাদে চকু-কাণ মুদি সহ্য কৰি গৈছে।

মাটিৰ মালিকক তোষণ কৰাৰ বাহিৰে তেতিয়া গত্যন্তৰ নাছিল।

মালিকৰ বোৱত পৰি আধিৰ মাটি গ'লে সাধাৰণ মানুহে পেটৰ ভাতমুঠি, গাৰ কাপোৰ ক'ৰপৰা কিহেৰে যোগাৰ কৰিব? জানি-শুনি খণ্ডত পেট কাটি কোনে ছমাহলৈ শুকনি খাব?

জীৱনৰ প্ৰতি অপৰিসীম মায়াই বঞ্চিত জীৱনৰ ব্যথা, লঘু-লাঞ্ছনা ঢাকি ৰাখিছিল।

সেয়ে সকলো সময়তে লাহীদলৰ আখি-ঠিকা খোৱা আঁটাইখিনি গৰীৱ মানুহ শক্তিশালী শ্ৰেণীটোৰ ছায়া হৈ ঘূৰি ফুৰিছিল। উঠ বুলিলে উঠিছিল, বহ বুলিলে বহিছিল। ভয় কৰি চলিছিল, সমীহ কৰিছিল, বাজহাড় বেঁকা কৰি সন্মান প্ৰদৰ্শন কৰিছিল।

বাৰীত একেডাল কলগছতে দুথোক কল ওলালেই গ্ৰহদোষৰ ভয়ত মানুহে দিহা-পৰামৰ্শ লবলৈ বাংকা দেউৰ ওচৰলৈ দৌৰিছিল। বিধি-বিধান দি দেউৱে তৰালেহে তৰোৱা, নহ'লে সমূলঞ্চে নিৰ্মূল হ'ব লাগিব। গ্ৰহ-দোষ বিষম দোষ। এই দোষে এবাৰ চুলে শিপা তিনি পুৰুষলৈ বিয়পি যাব। ফলত ঘৰ ভাঙিব, ভেঁটি উচ্ছন যাব।

তেতিয়া দেউৰ ভূমিকা ত্ৰাণকৰ্তাৰ। গ্ৰহ দোষৰপৰা মুক্ত কৰাৰ তাবিজ আৰু মন্ত্ৰণা তেওঁৰ হাতত আছে।

তেওঁৰ পিতৃ-পুৰুষীয়া শতচ্ছিন্ন মোনাত মাৰণাস্ত্ৰ আছে, বিধি আছে, হ্ৰীং-ক্ৰিং-ফট্ আছে।

পানী শৰাধ, গ্ৰন্থপাঠ, স্বস্ত্যয়ন, বিধি-বিধান আছে। গতিকে সাধাৰণ মানুহৰ উদ্ধাৰ হ'বই।

বিধি-বিধান পাই কুকুৰ-দৌৰ দি মানুহ ঘৰলৈ লৰিব। কাৰণ প্ৰায়শ্চিত্ত পানী শৰাধ আজিয়েই কৰিব লাগে। পলম কৰিলে দোষৰ ঘৰ বাঢ়ি যাব।

ঘৰলৈ গৈ মূৰে-কপালে হাত। দীৰ্ঘশ্বাস, তপত হুমুনিয়াহ। ভুলী জোকাৰিলেও খুদ-কণ এটা নোলায়। কি কৰা যায়? আহু পানীয়ে খালে, খৰত শালি শুকাল। দিনত এসাঁজ খাই কোনোমতে প্ৰাণটো ধৰি ৰাখিছে।

উপায় এটা আছে।

উপায় দিব পাৰে যেনা মহাজনে, সিধু জেঠাই। গ্ৰহ-দোষ খণ্ডাব লাগিলে, পুহকৰ গুচাব লাগিলে, চণ্ডীপাঠ কৰিব লাগিলে, দুবেলা দুমুঠি ধাৰে-খণে খাব খুজিলে এওঁলোকৰ ওচৰ চাপিবই লাগিব। বস্তা খাতা, দলীল-দস্তাবেজ, হেণ্ডনোট লৈ সিধু জেঠাইত সততে সষ্টম, বৰং উদগ্ৰীৱ। দয়াৰ কুম্ভপাত্ৰ আগত লৈ চলু-চলুকৈ বিলাবলৈ তেওঁলোকৰ তৰণি নাই। হাজিৰ হ'বহে লাগে।

এনেকৈ লাহীদলৰ কেওঁটচুবাৰ পৰশুৰামৰ মাটি দুয়োপূৰা গৈছে। প্ৰথম পূৰা গৈছে দেউতাকক উদ্ধাৰ কৰোতে। দ্বিতীয় পূৰা মাকক পিণ্ড দি গঙ্গা-জ্ঞাতিক ভোজ-ভাত খুৱাওঁতে। মৃতকক বৈতৰণী পাৰ নকৰালে ভূত হৈ আত্মাটোৱে উপদ্ৰৱ কৰে কাৰণেই পৰশুৰামৰ আজি এই সদ্‌গতি হৈছে। ফলত পৰশুৰামে হাল-কোৰ এৰি নলবাৰীত দা ধৰি পৰিয়াল পুহিছে।

কেওঁটচুবাৰে বাণ্টুৰ বতাহগিলাৰ দত দুবিঘা ৰূপিত মাটি আছিল। ভনীয়েক সাদৰীক সংসাৰী কৰোঁতে দুয়োবিঘা ঘেনা মহাজনে মাত্ৰ তিনি শ টকাত ল'লে। মাটি নেবেচিলে ভনীয়েকৰ বিয়া নহয়। তাৰ কপালখনো কিবা পোৰা কপাল। ভনীয়েকক বিয়াৰ ছমাহৰ পিছতে পুহিব নোৱাৰি গিৰিয়েকে এৰি দিলে। এতিয়া তাই আকৌ বাণ্টুৰ ডিঙিতে ওলমিছে।

বাণ্টুই সম্প্ৰতি বছৰি চাৰিশ টকা দৰ্মহাত ঘেনা মহাজনৰ চাকৰ খাটিছে।

লাহীদলৰ কলিতাচুবাৰ দণ্ডীৰ ডাঙৰটো পুতেকৰ কলেৰা লাগিল। যোৱা-থোৱা অৱস্থা। হাতত নাই এটাও ফুটা কড়ি। কি কৰে! কোনোবাই দিহা দিলে ঘেঁটু কবিৰাজৰ শৰণাপন্ন হ'বগৈ। উশাহ হেকৰাই দণ্ডী দৌৰিল কবিৰাজৰ ওচৰলৈ। কবিৰাজ তেতিয়া গাঁৱতে, নগৰলৈ উঠি যোৱা নাই। বিনা বাক্যব্যয়ে কবিৰাজে দণ্ডীক টকা পঞ্চাছটা উলিয়াই দিলে। দণ্ডীৰ কেৱল একেবিঘা মাটি সময়ত কবিৰাজৰ নামত গ'ল।

ল'ৰাটোও নাবাচিল।

দণ্ডীয়ে পুত্ৰশোক যথাসময়ত পাহৰিলে, পেটৰ জুইহে পাহৰিব নোৱাৰিলে। এবছৰমান পিছত কৰ্কট ৰোগে যেনিবা দণ্ডীক সংসাৰৰ জ্বলা জুইৰপৰা মুক্তি দিলে।

সেই দণ্ডীৰ এটা পুতেক এতিয়া লাইন বাছৰ হেণ্ডিমেন, আনটোৱে ৰাতি সিন্ধি দিয়ে আৰু মাজে মাজে জেলৰ ভাত খায়।

কৈবৰ্তপাৰাৰ ৰূপাই, শশী, মুণ্ডৰাইতৰ মাটি সিধু জেঠাই চৰা সুতত টকা ধাৰ দি কেতিয়াবাই পাৰ কৰিলে। তেওঁৰ হেণ্ডনোটত শতকৰা বছৰি সুতৰ হাৰ এশ টকা বা চাৰি মোন শালিধান। অনাদায়ে চক্ৰবৃদ্ধি। চক্ৰবৃদ্ধি অনাদায়ে ৰূপিত মাটি। চিধা হিচাপ।

ঘনকান্তৰ বাপেক জয়কান্তই অভিমন্যু বৰ্মনৰ বাপেক নৰহৰি বৰ্মনৰপৰা চল্লিছ টকা ধাৰ লৈছিল পিতৃশ্ৰাদ্ধ উপলক্ষে বৃষভ দান দিবলৈ।

শতকৰা বছৰি পঞ্চাশ টকা হাৰ সুতে। চল্লিছ টকা দহ বছৰে ঘূৰাব নোৱাৰি জয়কান্তই লাজ-অপমান-ধিক্কাৰ-নিকাৰ দাঁত কৰচি সহ্য কৰি গ'ল। ভিতৰি ভিতৰি মানুহজনৰ কলিজা পোৰা মাটিৰ দৰে কঠিন হৈ গ'ল।

লাহে লাহে তেওঁ পথাৰলৈ যাবলৈ এৰি দিলে। দুখে ভাগৰে তেওঁ উঠি লৰি ফুৰাৰ শকতিও হেৰুৱাই পেলালে।

কেইবা দিনো নৰহৰি বৰ্মনে চাকৰৰ হতুৱাই জয়কান্তক মতাই নিয়াইছে। নাযাওঁ নাযাওঁ বুলিও কেঁকাই-জেকাই তেওঁ বৰ্মনৰ চ'ৰাঘৰত 'উপস্থিত মহাশয়' বুলি হাজিৰা দিছে। বৰ্মনে প্ৰতিবাৰেই সুতে-মূলে টকাখিনি ঘূৰাই দিবলৈ তাগিদা দিছে। অপদাৰ্থ, অকৃতজ্ঞ বুলি গালি পাৰিবলৈকো এৰা নাই। কান্ধৰ গামোচাৰে চকুৰ কোটৰ মচি স্বৰগ পৰা মানুহৰ দৰে ওঁঠ দুখন কঁপাই মূৰ্তিবৎ জয়কান্ত বহি আছে। মাত মাতিব পৰা নাই। তেওঁ মাথোন শুনি গৈছে। আনকি নৰহৰি বৰ্মনৰ চকুলৈ চোৱাৰ সাহসো তেওঁ হেৰুৱাই পেলাইছে। চকু দুটা হিংস্ৰ শ্বাপদৰ চকুৰ দৰে অগ্নিসম হৈ জ্বলিছে। চালেই যেন ভস্ম হৈ যাব।

তেওঁ তলমূৰ।

নৰহৰি সাক্ষাৎ জামদগ্নি।

তেওঁ সপ্তাহটোৰ তিনি দিন লঘোন দিয়া মানুহ।

নৰহৰিক সেইবোৰ কেলৈই? পাৰে যদি টকা দিয়ক। নৰহৰিয়ে আগতেই জয়কান্তৰ শিমলুতলৰ মাটিৰ দাগ নম্বৰ, পট্টা নম্বৰ মণ্ডলৰ হতুৱাই চোৱাই থৈ দিছে।

জয়কান্তই বৰ্মনৰ চ'ৰাঘৰৰ পীৰাত বহি সেই মুহূৰ্তবোৰত চিন্তা কৰিছিল— ছয়বিঘা মাটিৰ দুবিঘা গ'লে তেওঁ খাব কি? তেওঁৰ চাৰিজনী ছোৱালী, ল'ৰা এজন। পৰিবাৰকে ধৰি সাতজন খাবৈয়া। ছয় বিঘাৰ তিনি বিঘা বাম, ভাত শালি নহয়। বছৰটোৰ ছয়মাহহে কোনোমতে ছয় বিঘাই চলাব পাৰে। বাকী ছয় মাহ বাৰীৰ কল-নাৰিকল-বাঁহ বেচি এসাঁজ খাই এসাঁজ লঘোন দি চলে। সিধু, ফেনা, ঘৈটুহঁতে, আনকি নৰহৰিয়েও তেওঁক আধিলৈ মাটি দিব নোখোজে। তেওঁ মাটি

খালে হেনো ধান নহয়। অঁপয়া মানুহ বুলি, তেওঁক দেখিলে যাত্ৰা নষ্ট হয় বুলি সকলোৱে কুৎসা ৰটি মনৰ সুখ পায়। আলেঙে আলেঙে ফিচিঙা-ফিচিঙ কৰে।

পোন্ধৰ-যোল্ল বছৰ বয়সত হেনো এৰাতি জয়কান্তই গাভিনী গাইৰ লগত—

ছিঃ ছিঃ!

সিধু জেঠাৰ ভতিজাক বালীৰামে হেনো প্ৰত্যক্ষ দেখা পাইছিল।

ৰাতি নৌপুৱাওঁতেই ৰটি গ'ল। পাগলাদিয়াৰ সোঁততকৈও বেছি বেগেৰে টৌ হৈ বাগৰি গ'ল— জয়কান্তই ৰাতি গাভিনী গাইৰ লগত—

নাক-কাণ কটা যোৱা কথা, বংশৰ নাম ডুবোৱা কথা, সাত ধেনু প্ৰায়শ্চিত্ত হ'লেও পাপ নখহা কথা।

গাঁৱত হাঁহাকাৰ লাগি গ'ল। মুখে মুখে কেৱল এই কথা। ছিঃ ছিঃ মানুহে নাক কোঁচালে, পাৰে মানে থুৱালে।

জয়কান্তই ভীষণ প্ৰতিবাদ কৰিছিল। সি গাইজনীৰ ওচৰলৈ যোৱাটো হয়। পদূলিৰ তামোলজোপাতে ৰাতি গাইজনী বান্ধি হৈছিল। তাইৰ যোনিত মাখিয়ে ঘাঁ এটুকুৰাক আশ্ৰয় কৰি কণী পাৰিবলৈ লোৱাটো সি দিনতে দেখিছিল। ৰাতি পেচাব কৰিবলৈ বাহিৰলৈ উঠি আহোঁতে গাইজনীৰ যোনিৰ ওচৰত বহি সি মাথোঁ জোনাকৰ পোহৰত ঘা টুকুৰা চাইছিল। গাইজনী তাৰ বৰ মৰমৰ আৰু একান্ত বাধ্য। গাখীৰো দিয়ে সৰহকৈ। কিন্তু কেৱল জয়কান্তইহে তাইক নিয়ন্ত্ৰণ কৰিব পাৰে, আন কাৰো সাধ্য নাই। বালীৰামে গাইজনী কিনিব বিচাৰিছিল। জয়কান্তৰ দেউতাকে বালীৰামৰ দেউতাকৰ পৰা ধাৰে লোৱা দুমোন ধানৰ বিনিময়ত বালীৰামে গাইজনী সৰকাৰ বিচাৰিছিল, লাগিলে আৰু দহ-পাঁচ টকা দিব।

জয়কান্তই কোনোপধ্যে নিদিলে।

বৰং সি সুত সহ চাৰিমোণ ধানকে শোধ কৰি চাৰিমাহ কষ্ট স্বীকাৰ কৰিলে। কষ্ট স্বীকাৰ মানে এসাঁজ লঘোন।

সেই আখেজতে বালীৰামে পোটক তুলিছে একেবাৰে নিৰ্দয় নিমৰমীভাৱে।

বালীৰামে শতেক-সহস্ৰ আও-ভাও সহকাৰে মানুহক বুজাই দিলে যে জয়কান্তই ধূ-ধূ জোনাকৰ পোহৰত ক'লী গাইৰ যোনি-সম্ভোগ কৰিছে। কলিকালৰ কি বিচিত্ৰ লীলা!

জয়কান্তৰ কথা কেৱে বিশ্বাস নকৰিলে। কেৱে শুনিব নুখুজিলে। বৰং তাক উপহাস কৰিলে, নিন্দা কৰিলে, অধৰমী-ব্যভিচাৰী বুলি থুৱালে।

জীৱন-মৰণৰ এই সমস্যাত, এটা সুন্দৰ সত্যক স্বাৰ্থৰ খাতিৰত অমানুষিকভাৱে বিকৃত কৰি তাৰ মূৰত অন্যায় অপবাদ জাপি দিয়াত জয়কান্ত দুৰ্বাসাৰ দৰে ক্ৰোধেৰে জ্বলি উঠিল। সিও ৰণহুংকাৰ দিলে। এনে সমাজক ভৰিৰে লথিয়াই দিম বুলি গৰ্জি উঠিল। প্ৰবল-প্ৰতাপী বালীৰামৰ চুলি খুৰাই তপা মূৰত মুতিম বুলিও দহজনৰ আগত হোঁ-হোঁৱাই উঠিল। তাৰ ডেকা তেজে প্ৰতিবাদৰ সহস্ৰ সুঁতি বোঁৱাই সংহাৰ মূৰ্তি পাগলাদিয়াৰ সৃষ্টি কৰিলে। সেই পাগলাদিয়াৰে যেন পাৰিলে সমস্ত শক্তিৰ বিনিময়ত সি সমাজৰ দুৰ্নীতিপৰায়ণ বালীৰামহঁতক শিপাসহ উঘালি উটুৱাই লৈ যাব।

সিধু জেঠাৰ ভতিজাক বালীৰাম প্ৰতাপী মানুহ। তেওঁৰ আৰ্থিক শক্তি অপৰিমেয়, জনবল অপৰিসীম। বালীৰামৰ লগত সমানে সমানে যুঁজিব এটা হৃতসৰ্বস্ব চিকা-নিগনিয়ে! ইমান সাহ! চুলি খুৰাই তালু বাজ কৰে!! মুতে!!!

বাতৰিটো পোৱাৰ লগে লগে বালীৰামৰ বংশ-পৰিয়াল, অন্তহী-ৰন্তহী হাতে-হাতে দা-কোৰ-লাঠী লৈ হাজিৰ হ'ল জয়কান্তৰ চোতালত। কেই মিনিটমানৰ ভিতৰতে লাহীদলত খাণ্ডৱ-দাহৰ অগনি জ্বলো জ্বলো হ'ল। শামুকেও উৰিব পৰা পাখি পালে।

কিন্তু কোনোমতে সেই যাত্ৰালৈ লংকাকাণ্ড সৃষ্টি নোহোৱাকৈ থাকিল। গাঁৱৰে দুই-চাৰিজন মুখিয়ালৰ মধ্যস্থতাত অক্ষম এক কিশোৰৰ শতেক দোষ বালীৰামে মৰিষণ কৰিলে। কিন্তু তিনি কাললৈকে সঁকীয়াই থৈ যাবলৈ নাপাহৰিলে।

বালীৰামে জয়কান্তৰ গাত যাঠিৰ খোচ পেলাব নোৱাৰাৰ জ্বালা পূৰণ কৰিলে নিজকে প্ৰবোধ দি — 'চিকা মাৰি হাত গোন্ধাই কি লাভ?'

বালীৰামৰপৰা সাৰিব পাৰিলেও জয়কান্তই কিন্তু বাংকো জেঠৰ সেউতাক পূৰ্ণ বাপুৰপৰা নিস্তাৰ নাপালে।

এটা দুটাকৈ জয়কান্তৰ কেবাটাও অপৰাধ হৈছে। প্ৰায়শ্চিত্ত কৰিলেই সমস্ত পাপ নখণ্ডে। ধেনু-সম্ভোগৰ দৰে কৰাল পাপ দ্বিতীয়টো নাই। দুই নম্বৰ অপৰাধ— জয়কান্তই বালীৰামৰ দৰে বয়স্ক, পূজনীয় শ্ৰদ্ধাৰ পাত্ৰ এজনক চৰম অসন্মান কৰিছে। এই গাঁৱত আৰু এনে দৃষ্টান্ত আগে হোৱা নাই। পূৰ্ণবাপুৰ লগত আৰু দুই চাৰিজনে জাৰ্মানী বনৰ দৰে জয়কান্তৰ চোতাল ঢাকি ধৰিলে।

জয়কান্তৰ বুঢ়া দেউতাক ৰমাকান্ত তেতিয়া জীৱিত।

বয়সৰ ভাৰে ৰমাকান্তক কুঁজা কৰিছে। তেওঁৰ মূৰৰ চুলি পকি কঁহুৱাৰ দৰে শ্বেতবৰ্ণ হৈছে, চকুৰ ভ্ৰূও সম্পূৰ্ণ ধবল ৰঙৰ। তেওঁৰ অৱস্থা সংকটৰ ঘৰত। ই পাৰ-সিপাৰৰ নৃ-সিংহ সময়ত তেওঁ অৱস্থান কৰিছে। চিত্ৰগুপ্তই তেওঁৰ কাৰণে খাতা খুলি অপেক্ষা কৰিছে।

ঠিক তেনে সময়ৰে এই দুৰ্ঘটনা।

ৰমাকান্তই কি হৈছে-নহৈছে একো উৱাদিহ পোৱা নাই। তেওঁৰ স্মৰণ শক্তিও সম্পূৰ্ণ টুটি আহিছে। কেৱল নিৰ্বিকাৰভাৱে আলৰ বুঢ়াৰ নিৰুদ্বেগ চিত্ত আৰু শূন্য ভাবনা লৈ তেওঁ সিপাৰৰ চিন্তাত তন্ময়।

পূৰ্ণবাপুই তেওঁক বুজাইছে। জয়কান্তৰ অপৰাধ যে ভূলোকত ইতিপূৰ্বে নোহোৱা-নোপজা দুৰ্ঘটনা, তাকে ৰমাকান্তৰ কৰ্ণ-স্পৰ্শ কৰিবলৈ পূৰ্ণবাপুই চিঞৰি চিঞৰি গলদঘৰ্ম হৈও পিছ এৰা নাই। এই ছেগতে পাগলাদিয়াৰ পাৰৰ মাটিডৰাৰ সুবিধা কৰিব নোৱাৰিলে ভৱিষ্যতক বিশ্বাস নাই।

ৰমাকান্তই কাণেৰেও তেনেই কম শুনে।

বিপত্নীক মানুহ। ছোৱালী তিনিজনী ধাৰে-ঋণে উলিয়াই দিছে। একমাত্ৰ পুতেক জয়কান্ত। সৰু ছোৱালীজনী আবিয়ৈ হৈ আছে।

সকলো শুনি, আধা বুজি, আধা নুবুজি, পূৰ্ণবাপুৰ টীকা-টিপ্পনী হজম কৰি পৰলোকৰ চিন্তাত আৰু কুঁজা, ন্যুব্জপৃষ্ঠ হৈ তেওঁ দেউৰ কথাতে হয়ভৰ দিলে।

সন্তোষৰ হাঁহি মাৰি দেউ উঠিল।

লগত অহা কেইজনে খাহীৰ পকা ব্যৱস্থা কৰি দিন-ৰাৰ জনাই বিৰল আত্মতৃপ্তি লাভ কৰিলে। যি নহওক, জয়কান্তই দোষটো কৰি এসাঁজ ভালকৈ খোৱাৰ সুবিধা কৰি দিলে।

জয়কান্ত নাছোৰবান্দা। সি অন্যায় দাবী মানি ল'বলৈ সৈমান নহয়। অন্যায় অপবাদ সি বৰদাস্ত নকৰে। পাপী সি নে মিছলীয়া বালীৰাম? শাস্তি যদি হ'ব লাগে তেনেহ'লে বালীৰামৰহে হোৱা উচিত। কুঃ, ধন থাকিল বুলি চিৰকালেই কি বালীৰামহঁতেই সিহঁতৰ ওপৰত টেক্কা মাৰি যাব! এইটো হ'ব নোৱাৰে, সি অন্ততঃ হ'বলৈ নিদিয়ে। সিহঁতৰো কি মান-সন্মান নাই? মিছা কথা এটাত বালীৰামে শত্ৰুতা আচৰিবলৈ, প্ৰতিহিংসা পূৰণ কৰিবলৈ তাৰ ওপৰত এক চৰম অকথ্য অপবাধৰ বোজা জাপি দি সমাজৰ ওচৰত তাক অবাঞ্ছিত ভাবে অপমানিত কৰিছে, তাক লঘু আৰু হেয় কৰি তুলিছে। কৰক তাক অপমান, আহক আৰু এনে ঘন-ঘোৰ ধুমুহা, তথাপি সি নতি স্বীকাৰ নকৰে। মানুহে যুঁজিবলৈ জন্ম লৈছে। অধিকাৰ ৰক্ষাৰ যুঁজ। অন্যায়ৰ বিৰুদ্ধে ন্যায়-প্ৰতিষ্ঠাৰ সংগ্ৰাম।

এনেকুৱা সমাজ তাক নালাগে। দৰকাৰ হ'লে সি এই সমাজ ত্যাগ কৰি বনে-জংঘলে বন্য পশুৰ মাজত ঘূৰি ফুৰিব। তথাপিও মুক্তি আৰু শান্তি থাকিব। যদি দুহাতৰ শক্তি অক্ষুণ্ণ থাকে, সি বনতো দুবেলাৰ আহাৰ যোগাৰ কৰিব পাৰিব।

জয়কান্ত পৰাচিত নহ'ল। পূৰ্ণবাপুৰ লম্বা লম্বা কথা, ইহকাল-পৰকালৰ ভয়, সমাজৰপৰা বহিষ্কৃত হোৱাৰ অধ্যাদেশ— কোনোটোৱেই জয়কান্তৰ ওপৰত সামান্য প্ৰতিক্ৰিয়াও সৃষ্টি নকৰিলে।

দেউৰ আশা কলিতে শেষ।

তেওঁ অপমানিত বোধ কৰিলে। এদিন নহয় এদিন জয়কান্তৰ ওপৰত প্ৰতিশোধ ল'ব বুলি সুযোগৰ অপেক্ষাত তেওঁ গুজৰি থাকিল।

সেইকালত সমাজক এনেবোৰ ক্ষেত্ৰত অস্বীকাৰ কৰাৰ প্ৰথমটো পদক্ষেপ জয়কান্তৰ।

লাহীদলৰ মানুহক জয়কান্তই সজাগ কৰি দিলে। বালীৰামো পৰোক্ষভাবে অপমানিত হ'ল। ক'লী গাইৰ চেলু লৈ জয়কান্তক বালীৰামে হাতৰ মুঠিলৈ অনাৰ এই সুবৰ্ণ সুযোগটো কামত লগাব নোৱাৰিলে।

জয়কান্তৰ পক্ষত তেতিয়ালৈকে এজনো মানুহ নাই। তাৰ হকে কওঁতাও নাই। সৰহভাগ মানুহেই বালীৰাম, সিধু জেঠা, নৰহৰি বৰ্মন প্ৰমুখ্যে শক্তিশালীসকলক ভয় কৰি চলে।

জয়কান্ত নিজৰ মতত অলৰ-অচৰ হৈ থাকিল। সজ্ঞানে সি একো অন্যায় কৰা নাই, অবৈধ কাম কৰা নাই; এই সৎসাহসে তাক সত্যৰ ভিত্তিভূমিত প্ৰতিষ্ঠিত কৰি ৰাখিছে। তাৰ এই দুৰ্বাৰ সাহস দেখি লাহীদলৰ দুই-চাৰিয়ে পিছত অৱশ্যে ক'বলৈ আৰম্ভ কৰিলে— বালীৰামেই মিছা অপযশ সানি জয়কান্তক কলংকিত কৰাৰ চেষ্টা কৰিছিল।

কিন্তু বালীৰামৰ পক্ষই তাক সমাজৰ চকুত কলংকিত অধৰমী বুলি ছিল-মোহৰ মাৰি দিলে।

পুতেকৰ ঘটনা লৈ ৰমাকান্তৰ মনত কিন্তু একো প্ৰতিক্ৰিয়াৰ সৃষ্টি নহ'ল। তেওঁৰ কাৰণে অতীতটোহে সত্য, বৰ্তমান কাল বুলি তেওঁৰ কোনো এটা কাল নাই।

এই ঘটনাৰ পিছত জয়কান্তহঁত এঘৰীয়া হৈ থাকিল। খেতিৰ মাটি সামান্য আছে, তাতে সি মন দি আহু-শালি দুয়োটা খেতি কৰে, আহিনত মাহ ছটিয়ায়, আঘোণত সৰিয়হ। বাৰীত কৰি ৰোৱে, বেঙেনা লগায়, আলুৰো খেতি কৰে। লাউ, জিকা ভোল লাগে, চলি যায়।

ৰমাকান্তই যাওঁ যাওঁ বুলিও সংসাৰ এৰি যাব পৰা নাই।

পুতেকৰ সংসাৰ চাই যোৱাৰ ইচ্ছা। সেয়েহে যেন চকু মুদিব পৰা নাই।

জয়কান্তৰ বয়স কম। ইমান কম বয়সতে বিয়া বাৰু কৰাই দিলে সংসাৰৰ গুৰু দায়িত্ব তাৰ মূৰৰ ওপৰত পৰিব। উশাহ ল'ব নোৱৰা অৱস্থা হ'ব পাৰে বুলি ভয় কৰি তেওঁ পুতেকৰ বিয়াৰ কথা জোৰ কৰি নভবাকৈ আছে। সংসাৰ পাতি দিলেই দহোটা লেঠা বাঢ়িব। তলে পানী ওপৰে পানী অৱস্থা হ'ব। ৰূপিত মাটি সৰহ জনৰ পেটৰ জোখাৰে নাই। ছোৱালী এজনীকো উলিয়াই দিবলৈ আছে।

ইফালে মৃত্যুইও টানিছে।

আনফালে সংসাৰেও মায়াৰ বন্ধন ছিন্ন কৰি দিব খোজা নাই। টনা-আঁজোৰা চলি আছে।

অৱশেষত খুব ধীৰে ধীৰে জয়কান্তক কাষত বহুৱাই ৰমাকান্তই সংসাৰ পতাৰ প্ৰস্তাৱ দিলে। চকু মুদাৰ আগতে তেওঁ জয়কান্তক এজনৰ হাতত গতাই থৈ যাব বিচাৰে। মাক নাই। ভনীয়েকজনীনো কেইদিন এই ঘৰত থাকিব?

তথাপি জয়কান্তই দুটা বছৰ যগৰালে। তথাপি বুঢ়া নামৰায়।

অৱশেষত মণিবাৰীৰ মাহীয়েকে চাই-চিতি দিয়া ছোৱালী পুতুলক জয়কান্তই অনিচ্ছা সত্ত্বেও বিয়া কৰালে।

ঈশ্বৰৰো ইচ্ছা বিয়াৰ এসপ্তাহ পিছতে ৰমাকান্তই চকু মুদিলে।

ইতিমধ্যেই পূৰ্ণবাপুৰ মধ্যস্থতাত পাগলাদিয়াৰে অনায়াসে পানী বৈ যোৱাৰ দৰে বিনা পৰাচিতে জয়কান্তই সমাজত স্থান পাইছে।

পূৰ্ণবাপুই জয়কান্তৰ বিয়াৰ দান-দক্ষিণা আন পুৰোহিতৰ হাতৰ মুঠিলৈ যোৱাটো নিবিচাৰে কাৰণেই বিয়াৰ উমঘাম শুনি ততাতৈয়াকৈ এই ব্যৱস্থা গ্ৰহণ কৰিলে।

ইতিমধ্যে বালীৰামে দেহ ৰাখিলে। হঠাতে দুবাৰ মান বমি কৰি বিনা চিকিৎসাই তেওঁ সিপাৰ হ'ল।

সেই সুযোগতে স্বাৰ্থৰ খাতিৰত পূৰ্ণবাপুই ইহাতৰ গুটি সিহাতলৈ নিলে। ওলোটাকৈ বালীৰামকহে জয়কান্তৰ ঘটনা সন্দৰ্ভত দোষী সাব্যস্ত কৰিলে।

ৰমাকান্তই চকু মুদাৰ আগমুহূৰ্তত বহু মানুহৰ উপস্থিতিত শেহাই শেহাই জয়কান্তক কৈ গৈছিল, 'বা-পা জ-য়, ম-ই ম-ৰি-লে ত-ই শ্ৰা-দ্ধ সঁ-ক-ৰা-তি-খি-নি পে-লা-ই ন-থ-বি। মো-ক দে-ও ভূ-ত ক-ৰি না-ৰা-খি-বি।'

দেউতাকৰ শেষ কথা ৰক্ষা কৰিবলৈ গৈ জয়কান্তই শ্ৰাদ্ধ উপলক্ষে পূৰ্ণবাপুক বৃষভদান পৰ্যন্ত কৰিবলগীয়া হ'ল।

হাতত কেঁচা টকা নাই।

টকা চল্লিছটা নৰহৰি বৰ্মন দিলে। তাৰে দমৰা এটা কিনি ডোল লগাই জয়কান্তই দেউৰ ঘৰত বান্ধি থৈ আহিল। লগে লগে তাৰ পিতৃদেৱো বৈতৰণী পাৰ হ'ল।

দেউৰো অভীষ্ট সিদ্ধি হ'ল।

নৰহৰি বৰ্মনে টকা চল্লিছটা দিওঁতে পকা ব্যৱস্থা অনুসৰণ কৰি হেণ্ডনোটত জয়কান্তৰ চহী ৰাখি থৈছিল।

দহটা বছৰ চাওঁতে চাওঁতে পাৰ হৈ গ'ল। চল্লিছ টকাই সুতৰ ঘৰত কণী পাৰি গৈ থাকিল।

দহটা বছৰত জয়কান্তৰ জীৱনলৈ বহু ধুমুহা আহিল। পুতুলে এক -ডেৰ বছৰৰ মূৰে মূৰে একোটাকৈ সন্তান জন্ম দি গ'ল। শেষৰ কন্যা সন্তানটো জন্ম দিয়াৰ পিছত মানুহজনী চিৰৰুগীয়াৰ লিষ্টিভুক্ত হৈ পৰিল।

তেওঁকো পিত্তশূলে পালে। বুকু জ্বলা-পোৰা কৰে, কিবা খালে বমি বমি ভাব হয়, পেটে চমচমাই থাকে।

মনত দুশ্চিন্তা। যিজন মানুহে বালীৰামৰ দৰে শক্তিশালী মানুহৰ বিৰুদ্ধে সোচ্চাৰ প্ৰতিবাদ কৰিছিল, তেওঁ আজিকালি পৰিস্থিতিৰ ক্ৰীতদাস হৈ পৰিল। মনত বল নাই, শাৰীৰিক শক্তিও নিঃশেষিতপ্ৰায়। ৰমাকান্তৰ আঠবিঘা মাটিৰ দুবিঘা ইতিমধ্যে তেওঁ বিক্ৰী কৰি দিছে পেটৰ ভাত আৰু পত্নীৰ চিকিৎসাৰ নামত।

আৰু অৱশেষত নৰহৰি বৰ্মনৰ চকুলৈ চকু তুলি চোৱাৰ সাহসো জয়কান্তই হেৰুৱাই পেলালে। তেওঁ যেন দিনে-দিনে নিৰ্বীৰ্য আৰু মৰণোন্মুখ হৈ আহিছে।

কালৰ ইতিহাস।

ত্ৰিছ বছৰ বয়সত জয়কান্তৰ জীৱন প্ৰায় অন্তিম পৰ্যায়লৈ নামি আহিল।

নৰহৰি বৰ্মনে তেওঁক সুধিলে, 'কি ঠিক কৰিলি?'

জয়কান্ত নিৰুত্তৰ। তেওঁ বহু ভাবিছে, কিন্তু কোনোটোৱেই স্পষ্ট নহয়। আজি তেওঁৰ সকলো ভাবনা পূৰ্ণমাত্ৰাই অৰ্থহীন।

গভীৰ শোকে তেওঁৰ বুকু মহতিয়াই নিছে। তেওঁৰ কণ্ঠ ৰুদ্ধ হৈ পৰিছে।

শেষ পৰামৰ্শ দি বৰ্মনে ক'লে, 'ধাৰ তোৰ বহু হ'ল। এতিয়াই শোধ নকৰিলে দিনে দিলে বাঢ়ি গৈ থাকিব। বৰঞ্চ এটা কাম কৰ। কালিলৈ কাছাৰীলৈ ব'ল। শিমলুতলৰ মাটি দুবিঘাকে বিক্ৰী কৰি দে। হিচাপ মুখে যিখিনি পাব চমজি লবি। হ'লতো?'

মূৰ দুপিয়াই জয়কান্ত গুচি আহিল।

বাপেকৰ ওপৰত জয়কান্তই এক অদ্ভুত ঘৃণা অনুভৱ কৰিলে। বাপেকৰ প্ৰতি থকা অত দিনৰ অসীম শ্ৰদ্ধা আৰু আনুগত্য, তেওঁৰ স্মৃতিৰ প্ৰতি থকা গভীৰ মোহ সময়ৰ গৰাখহনীয়াই নিশ্চিহ্ন কৰি তুলিছিলেই, যিকণ অৱশিষ্ট আছিল সেইকণো বাস্তৱ-জীৱনৰ আঘাত-প্ৰত্যাঘাতে ধুই-মচি চাফা কৰি পেলালে। সেই স্বৰ্গীয় মানুহজনৰ মৃত্যুকালৰ সামান্য আকাংক্ষা, আবদাৰ পৰিতুষ্ট কৰিবলৈ গৈ জয়কান্তৰ শৰীৰটো জঁকাত পৰিণত হৈছে। দেহৰ হাড়ডাল-ডালকৈ গণিব পাৰি।

সেই মানুহজনৰ ভাললগাক আমনি নিদিবলৈ ইচ্ছা নকৰা কাৰণেই অকালতে সংসাৰৰ দায়িত্ব লৈ জয়কান্তই কেইবাটাও প্ৰাণীৰ প্ৰাণৰ বধ ল'বলগীয়া হৈছে। সিহঁতৰ পেটৰ ভাত, পিন্ধাৰ কাপোৰ স্থিৰ পৰা নাই। প্ৰতিটো মুহূৰ্তই কেৱল

জোঙাল তীৰৰ দৰে খুচি আছে, দুশ্চিন্তাই পৰিপূৰ্ণ এটা ভৱিষ্যতক জন্মতে ডিঙি মুচৰি মাৰি পেলাইছে। বৰ্তমান বুলি কোনো সান্ত্বনাৰ কাল নাই। কি লৈ জীৱন? কিহক খামুচি ধৰি বাঁচি থকাৰ এই খেমালি? মাটি নাই। আধি খাবলৈ মহাজনে মাটি নিদিয়ে। সি অঁপয়া। খেতিও আশানুৰূপ নহয়। শস্য নগজে। কপালৰ ঘাম ঘিমানে নসৰুৱাক কিয়, শ্ৰমে কোনো ফল নিদিয়ে। সূৰ্যোদয়ত ধাৰ, সূৰ্যাস্তত ঋণৰ বোজা। ইতিমধ্যে স্ত্ৰীৰ হাতৰ চুড়ি, ডিঙিৰ গলপতা বিক্ৰী হৈ গৈছে। আঠবিঘা মাটিৰ ছবিঘা শেষ, বাকী দুবিঘাও নৰহৰি বৰ্মনে নিওঁ নিওঁ কৰিছে। নিওঁ নহয়, নিবই।

কাঁহী বাটি থালীও বিক্ৰী কৰা হৈ গ'ল।

ইতিমধ্যে চৰকাত পৰি হালৰ গৰুহালো মৰিল। নাঙলৰ কাৰণেও আনকি বাৰীত কাঠ এচটা পাবলৈ নাই। আনে বিনা পইছাত নিদিয়ে।

দিনে চাৰি কিল' চাউল নহ'লে পেটৰ ভাতমুঠিৰ যোগাৰ হৈ নুঠে।

স্ত্ৰী শয্যাশায়ী। ভাল চিকিৎসা হোৱা নাই। চৰকাৰী ডাক্তৰখানাৰ শেষটোপা দৰৱে জনাই দিছে— ডাঙৰ নামী ডাক্তৰৰ চিকিৎসা অবিহনে গতি নাই।

ধিক্ জীৱন! কি অৰ্থ আছে এনেকৈ বাঁচি থাকি? দুৰ্বহ বোজা টোচোৰাই এনেকৈ কিমান দিন কটাব পাৰি?

জয়কান্তই বহু ভাবি গুণি এটা শেষ সিদ্ধান্ত কৰি পেলালে। বৰ কষ্ট হ'ল, বহু চকুপানী সৰিল। কিন্তু অপমানভৰা দুৰ্বহ জীৱন এটাতকৈ আঁতৰি যোৱাই ভাল।

অন্ততঃ নিজ চকুৰে আৰু নিকাৰ যন্ত্ৰণা চাই থাকিব নালাগিব। থাকি যেতিয়া একো লাভেই নাই, তাতকৈ বৰং আঁতৰি যোৱাই ভাল। মানুহে হাঁহিব। হাঁহক। পুতুলৰ হৃদয় ফাটি চিৰাচিৰ হ'ব। হ'লেও কৰিবলগীয়া একো নাই।

ৰাতি ঘনকান্তক বহু সময় চাই ল'লে জয়কান্তই। ছোৱালী কেইজনীক একালৰপৰা চাই গ'ল। শেষত পুতুলৰ ওচৰত বহু সময় থিয় দিলে। পুতুল নিঃসাৰ হৈ শুই আছে। জয়কান্তই নেদেখাজনৰ ওচৰত মিনতি জনাই কাতৰভাৱে অনুৰোধ কৰিলে পুতুলে যেন তেওঁক ক্ষমা কৰে।

তাৰ পিছত হু-হু হাহাকাৰ, যন্ত্ৰণাৰ ধুমুহা বুকুত লৈ এখোজ-দুখোজকৈ পিছলৈ উভতি নোচোৱাকৈ জয়কান্ত বাৰীৰ ফালে আগবাঢ়িল।

ইয়াৰ বাহিৰে নৰহৰি বৰ্মনৰ গ্ৰাসৰপৰা মাটি দুবিঘা উদ্ধাৰ কৰাৰ অন্য কোনো পথ খোলা নাই।

ৰাতিপুৱা বাৰীৰ কঁঠাল গছত ওলমি থকা অৱস্থাত জয়কান্তক আৱিষ্কাৰ কৰা হ'ল।

*** *** *** ***

তাৰ পিছত পাগলাদিয়াৰে বহু ঘোলা পানী বৈ গৈছে। বহু জাঁজী-জাঁজৰি ঘাটে ঘাটে লাগি আকৌ উঠি গৈছে।

লাহীদলৰ নতুন চামে পাঠশালাত আদ্য পণ্ডিতৰ ওচৰত অ-আ-ক-খ শিকিছে।

বোধনৰ বাজিছে শংখধ্বনি। আয়তীয়ে উৰুলি দিছে।

লাহে লাহে বহু আভ্যন্তৰীণ পৰিবৰ্তনৰ ফলস্বৰূপে লাহীদলৰ চুকে-কোণে এক নব্য চেতনাৰ বায়ু প্ৰবেশ কৰিছে।

কোনেও নাজানে পৰিবৰ্তনৰ উৎস ক'ত। কিন্তু ক'ৰবাত কিবা প্ৰকাৰে যেন তাল কাটি গৈছে। এৰা, মানুহে প্ৰাচীন পন্থাৰ পৰা লাহে লাহে বিচ্ছিন্ন হৈ আহিবলৈ জোৰ চেষ্টা চলাইছে।

লাহীদলত বাঘ কমি আহিছে। প্ৰায় নায়েই। কেতিয়াবা কাচিৎহে পাগলাদিয়া পাৰৰ জাৰণিত গোজৰণি শুনা যায়। সেই বাঘ পিছে বনতহে থাকে। লাহীদললৈ ভুলক্ৰমেও অহা নাই। নৰহৰি বৰ্মনৰ বন্দুকৰ ঘৰাত মামৰে ধৰিছে। সেইটো চ'ৰাঘৰৰ কাঠৰ চৌতিত ওলমি থাকে। শাকনিত খুটিৰ ওপৰত ওলমি থকা টৌ যেন লাগে।

লাহীদলৰ মানুহে গান্ধীজীৰ নাম শুনিছে। দেশলৈ স্বৰাজ অনাৰ হকে তেওঁ যুগুতোৱা আচঁনিবো উমান মুখে মুখে বাগৰি লাহীদল পাইছে।

স্বৰাজৰ আকাংক্ষা পৰিবৰ্তনৰ কাৰণ নহয়।

আচলতে অৰ্থনৈতিক বাতাবৰণত ক্ৰমাগতভাৱে যি পৰিবৰ্তনৰ সূচনা হৈছে, সিহে লাহীদলক প্ৰভাৱিত কৰিছে। অৱশ্যে স্বদেশী আন্দোলনতো টাউন চহৰৰ দুই একে হাত মিলাইছে। লাহীদলে খুব বেছি ভূ পোৱা নাই। ইয়াৰ বতাহ সেই পুৰণি বৃত্ততেই বন্দী হৈ আছে।

সিধু জেঠাইঁতৰ ভয় হৈছে। যেনা মহাজনইঁতবো।

তেওঁলোক চালাক মানুহ। ঘ্ৰাণশক্তি কুকুৰৰ দৰেই তীব্ৰ। যি কোনো বস্তুৰ গোন্ধ আগতেই পায়। বতাহে বতাহে কিহৰ শব্দ বাগৰি আহিছে তেওঁলোকে ক্ৰমাৎ বুজি পাইছে। এইটোও বুজি পাইছে যে ক্ষমতা চিৰকাল হাতৰ মুঠিত বন্দী কৰি ৰাখিব নোৱাৰি। অতএব, সময় থাকোঁতেই সষ্টম হোৱা ভাল। টিং বুৰাৰ আগতে জাঁপ মাৰি হ'লেও নদীৰ পাৰ পাবই লাগিল। আগতে নিজক বচোৱা। নাৱত কোন থাকিল, কোন ডুবিল, তাকে লৈ ইস্-আস কৰি, হুমুনিয়াহ কাঢ়ি কোনো লাভ নাই। কালবিলম্ব কৰিলে নিজেই ডকা চাকনৈয়াত ডুবিব লাগিব।

সিধু জেঠাই ধন ধাৰে দিবলৈ এৰি আগে পাৰলগীয়া সবৃদ্ধিমূল তুলিছে। নতুনকৈ ব্যৱসায় কৰাৰ কথা সম্প্ৰতি বাদ দিছে। টকা নাপালে মাটিকে লৈছে। আধিয়াৰৰপৰা মাটি কাঢ়ি নিজেই হাল-গৰু কৰি বন্ধা-চাকৰ ৰাখি খেতি কৰাত লাগিছে।

এশ টকাৰ শতকৰা বছৰি সুত যে এশ টকা হ'ব নোৱাৰে তেওঁ বঢ়িয়াকৈ বুজি পায়। তেওঁ সবৃদ্ধিমূলৰ তাগিদা দি ধৰুৱাৰপৰা এশৰ সলনি সত্তৰ আশীলৈকে লৈছে। লগতে মূলখিনিও উদ্ধাৰ কৰিছে। নহ'লে বিপদ। কাৰণ ভয় দেখুৱাই কোৰ্ট-কাছাৰীলৈ গ'লেও নিয়ম মাফিক ইমান সুত তেওঁ নাপায়। বৰং হাৰাশাস্তিহে খাব লাগিব।

দেশত অনুক্ৰমে কি পৰিবৰ্তন ঘটি আহিছে, দেশৰ ভৱিষ্যত কেনেকুৱা হ'ব, লাহীদলৰ মানুহে নাজানে। কিন্তু সিধু জেঠাই তেওঁৰ তৃতীয় নয়নৰ দৃষ্টিত অন্ধকাৰ ভৱিষ্যতৰহে সন্তেদ পাইছে।

মানুহবিলাকে লাহে লাহে তেওঁলোকক ভয় কৰিবলৈ পাহৰি আহিছে।

কাণে কাণে বুদ্ধি দি ৰাতিৰ ভিতৰতে যেন কোনোবাই নিৰক্ষৰ লাহী-দলীয়াইঁতক শিক্ষিত আৰু চালাক কৰি তুলিছে।

নহ'লে কমলেশ্বৰৰ দৰে হাতীৰ শুড় নিচিনা নিৰ্বুদ্ধিসম্পন্ন মানুহ এটাই মাজ ৰাস্তাত তেওঁক ফেপেৰি পাতি ধৰেনে?

কমলেশ্বৰ তেওঁৰ তিনি পূৰা মাটিৰ আধিয়াৰ, পুৰুষানুক্রমিকভাৱে সিহঁতে তেওঁৰ মাটি খাই আহিছে। মাটিৰ ধান তেওঁৰ চোতাল গচকাই চোতালতে মাৰি আগতে মালিকৰ ভঁৰালত তুলিহে নিজৰ ফালে পিছত নিয়া দস্তুৰ।

সেই কমলেশ্বৰে আহুৰ বতৰত খাবলৈ নাপাই টকা দুশ ধাৰে নিছিল সিধু জেঠাৰপৰা। ঘৰৰে মানুহ জ্ঞান কৰি সিধু জেঠাই হেণ্ডনোট কৰা নাছিল। চৰ্ত আছিল শালিৰ বতৰত কমলেশ্বৰে টকা দুশৰ লগতে শালিধান আঠ মোন চোতালতে দি যাব। অবিশ্বাসৰ কাৰণ নাই; কাৰণ আগে-পিছেও কমলেশ্বৰে এনেকৈ ধাৰে নি সুতসহ মূল যথা সময়ত পৰিশোধ কৰিছে।

এতিয়া জেঠাই হাড়ে হাড়ে গম পাইছে — কি কেঁচা কামেই যে তেওঁ নকৰিলে! সময় যে দ্রুত গতিত সলনি হৈছে তেওঁ তং পোৱা উচিত আছিল।

মজা ভালকৈয়ে পাইছে।

আঘোণৰ শেষ পষ। সোণালী পথাৰত নৰাবোৰহে থিয় দি আছে। আহু একেবাৰে নহ'ল বাবে মানুহে কাঁচিৰ মুখৰ পৰাই পেটত গিলিছে। বাম মাটিৰ ধান আঘোণৰ প্রথম সপ্তাহতেই কটা হ'ল।

তথাপিও সিধু জেঠাৰ চোতালত কমলেশ্বৰে শেষ মাটি পূৰাৰ ধান পেলোৱাহি নাই। কথাটো সিধু জেঠাই খেয়াল কৰিছে।

সেইখিনি মাটি পাগলাদিয়াৰ সিটো পাৰত। লাহীদলৰ পৰা যথেষ্ট দূৰ। বয়স পৰি অহা কাৰণে সিধু জেঠাই নিজে চাই আহিব পৰা নাই— ধান কটা হ'লনে নাই। পুতেক লোহিতৰ খেতিৰ প্রতি বিশেষ মন-কাণ নাই।

বাপেকৰ এই ব্যৱসায়-কাৰবাৰৰ লগত তাৰ কোনো সম্পর্ক নাই, সি ধাণ্ডাও নকৰে। তাক লাগে আৰামৰ বাবুগিৰি। বাপেকে অর্জা পইছা দুহাতে উৰাব পাৰিলেই তাৰ কাম হাচিল। গাৰ জোৰেৰে বগা চকু পকাই সি কৃপণ বাপেকৰ তলি উদং কৰাত অভ্যস্ত। কুহু পৰোৱা নেহী তাৰ।

পুতেকক বলাব নোৱাৰি এদিন সিধু জেঠা নিজেই গ'ল কমলেশ্বৰৰ ঘৰলৈ।

সুধিলে, 'সিপাৰৰ মাটি পূৰাৰ ধান কাটিলি নে কমলে?'

চোতালত থিয় দি থকা জেঠাক কমলেশ্বৰে বহিবও নক'লে। ইচ্ছা কৰিয়েই। সিধু জেঠাৰ প্রতি তাৰ সামান্য শ্রদ্ধাও নাই। জেঠাক সি তেজপিয়াৰ বাহিৰে মানুহ বুলি নাভাবে।

তাৰ ঘৈণীয়েক প্ৰসব-সম্ভৱা। ভিতৰ-ঘৰত গাঁৱৰ নন্দী ধাই ব্যস্ত হৈ বহি আছে। এনে সময়ত সিধু জেঠাৰ উপস্থিতিয়ে তাৰ গা জ্বলাই দিলে।

চৰা গলাত সি উত্তৰ দিলে, 'কটা নাই। ঘৰত অসুখ।'

চকু ওলোটাই জেঠাই হুঁ হুঁ কৰিলে। অস্বস্তিৰ ভাব, অসম্মান পাইছে। ইহঁতে মানুহক সন্মান কৰিব নাজানে। অথচ কমলেশ্বৰৰ বাপেকে তেওঁক দেৱতা দেখা দি দেখিছিল। তেওঁক দেখিলেই বিনীতজন হৈ আথে-বেথে সম্ভাষণ জনাইছিল কমলেৰ বাপেকে। ভুখৰি পীৰাত শ্ৰদ্ধা সহকাৰে বহুৱাইছিল, তামোল-চাকি দিছিল। তেওঁ ঢুকোৱাৰ এবছৰ নৌহওঁতেই, মুখৰ ছাঁই নৌ গুচাওঁতেই চাৰি পুতেকে চাৰি-মূৰ্তি ধৰিবলৈ শিকিছে। নৰকী জাত! খলুৱা! অকৃতজ্ঞ! কথাৰ কি চিৰি চাবা!

জেঠাই ক'লে, 'ৰাজ্যৰ মানুহে ধান কাটি পথাৰ উদং কৰিলে। তইঁত চাৰিটা ধুম-ধুমীয়া মদগজ ডেকা থাকোঁতে মোৰ মাটিৰ ধান এন্দুৰ-নিগনিক খুৱাবি নেকি?'

তেওঁৰ কথাত শাসনৰ সুৰ। ক্ষমতাৰ চন্দুক তেওঁ খুলিব বিচাৰিছে। তেতিয়া তেওঁ চোতালতে থিয় দি আছে। তেওঁক বহিবলৈ কোৱা হোৱা নাই। ইয়াতকৈ চৰম অপমান আৰু আন কি হ'ব পাৰে? সময় যিমানে পাৰ হৈ গৈছে, তেওঁ অনুভৱ কৰা অপমানৰ ঘাতো বাঢ়ি গৈছে।

নাই, নাই, এই অপমানৰ তেওঁ পোটক তুলিবই। তেওঁ ইহঁতক সুদাই নেৰে। ইহঁতৰ তেল বাঢ়িছে, তেওঁ তেল কাঢ়িব।

হেন সময়তে কমলেশ্বৰৰ দুই জোৱান ভাই আহি চোতালত হাজিৰ হ'ল।

এটাই ককায়েকলৈ চাই সুধিলে, 'কি হ'ল?' প্ৰশ্ন কৰিয়েই সিধু জেঠালৈ চালে। কি হৈছে বুজিবৰ চেষ্টা কৰিলে। জেঠাৰ নাড়ী-নক্ষত্ৰ এৱা-বে' কৰি চালে।

কমলেশ্বৰে ভায়েকক জেঠাৰ আগমনৰ কাৰণটো ক'লে। তাকে শুনি সৰ্বেশ্বৰ বোলাটোৱে প্ৰায় হুংকাৰ দিয়াৰ নিচিনাকৈ ক'লে, 'ধান কটা-নকটা আমাৰ কথা। ইচ্ছা হ'লে কাটিম, ইচ্ছা নহ'লে এন্দুৰক মোটা কৰিম। সামান্য ধানকেইটা লৈ চোতালত গোন্ধ ল'বলৈ নাহিলেও হয় দেখোন। ধান কিবা পোৱা নাই নেকি?'

জেঠা জাঁকি উঠিল।

চোতালত তেওঁ কিহৰ গোন্ধ পাইছে সেই ৰকলা নেমেলিলেও হ'ব। অ'ত জাবৰ, ত'ত গু-গোবৰ, ভৰি দিবৰ ঠাই নাই। পাৰোঁতেনো আহিছেনে?

সৰ্বেশ্বৰলৈ টৌৰাই তেওঁ চকু মুখ ফুলাই ফেৰ পাতি ধৰিলে, 'কি ক'লি? সামান্য ফুকণীয়া এটাই গুৰু-গোঁসাই নমনা হলি। মোৰে ওপৰত খাব আৰু মোৰেই বুকুত হান মাব! তইঁত আটাই সোপাকে মই পুলিচৰ হতুৱাই ৰঙা-ঘৰ দেখুৱাম। তেতিয়া ক'ৰ পানী ক'লৈ যায় গম পাবি বাপেকে। কাট যদি কালিতে ধান কাটি মোৰ চোতাল পোৱাবি।' কৈয়েই তেওঁ গৰম তেলত দিয়া জীয়া কাৰৈ মাছৰ দৰে ইলুটি-সিলুটিকৈ জঁপিয়াই পদূলি পালে। এবাৰ উভতিও চালে।

সৰ্বেশ্বৰে কোৰা কথা কাণত পৰিল, 'যা, যা। আমিও চাই ল'ম। সদায় তইঁতৰ দিন নাথাকে।'

তেওঁ আৰু নৰ'ল। সৰ্বেশ্বৰৰ শেষ কথাষাৰে ধুমুহাত উভালি পৰিব খোজা গছৰ দৰে তেওঁক ভৱিৰ পৰা মূৰলৈ জোকাৰি গ'ল, হাওলাই পেলাব খুজিলে।

তেওঁৰ বুকুত এটা ভয়ো সোমাল।

তাৰ পিছৰ ঘটনাই অন্য ৰূপ ল'লে।

দুদিনৰ পিছৰ কথা। ঘেনা মহাজন আৰু তেওঁ চ'ৰা ঘৰতে হোকা টানি বহি আছে। চকা পাতত বহিছে। শীতৰ যন্ত্ৰণাদায়ক সন্ধ্যাই চেঁচা বতাহ আৰু হাড় কঁপোৱা জাৰ কঢ়িয়াই আনিছে। সিধু জেঠাকো পৰিস্থিতিয়ে হাড়লৈকে বন্টু ●কিছে। কিয় যে ঘেনা মহাজনৰ দৰে তেওঁ টাউনতে ধান-চাউল, সৰিয়হ-মৰাপাটৰ বেপাৰ নকৰিলে! মহাজন লাল হৈ গৈছে। থাকেহে গাঁৱত, সব কাৰবাৰ টাউনত। টাউনত গুদাম ঘৰ উঠাইছে। ৰঙা টিঙৰ চাল, ভেটি পকী। গোটেই বছৰ বিবিধ পণ্যেৰে গুদাম ঠাহ খাই থাকে। লৰীও এখন কিনিলে। পুৰণি হ'লেওতো লৰীৰ মালিক। কেএগ-মাৰোৱাৰীৰ লগত এৰাৰ নোৱৰা খাতিৰ! গুৱাহাটীত চৰা দামত ছাপ্লাই কাৰবাৰ চালু কৰিছে। টকাত টকাকৈ লাভ। মহাজন গাঁৱতে থাকে। পুতেক কেইটাই ব্যৱসায় চলায়। সেইবোৰহে যোগ্য ল'ৰা। নিজৰ ল'ৰা লোহিতক কি চাবা, তাক তপত ভাতৰ ধোঁৱাই খাইছে। বাপেকে হাড়ক মাটি কৰি অৰ্জা ধনৰ ওপৰতহে তাৰ বাক্সৰ নিচিনা বিয়াগোম চকু। কেৱল চুহি খাবহে জানে।

ইফালে ৰাজ্যৰ পেল্লাই সমস্যা জেঠাই অকলে চম্ভালিব লাগে।

তাকে কৰোঁতে মূৰৰ চুলি পকিল, দাঁতো যাওঁ যাওঁ হ'ল। তথাপি ল'ৰাৰ চকু মুকলি নহ'ল। আনৰ পদূলি শুঙি ফুৰা স্বভাৱ। কেতিয়াবা তাক মৰিয়াই মাৰিবৰ

মন যায়। পিছে পুত্ৰৰ শাৰীৰিক শকতিৰ কথা জনা আছে কাৰণেই সাহ নকৰে। সিহে ওলোটাই বাং কুকুৰৰ দৰে গেজগেজাই উঠে। কূটা এগছ নিছিঙা অকাল কুষ্মাণ্ডৰ ফিতাহি কি চাবা! সি গুৰিত বল দিলেনো কমলে-সৰ্বেশ্বৰে জেঠাক ৰঙা চকু দেখুৱাব পাৰেনে?

তাকে লৈ মহাজনৰ ওচৰত জেঠাই খেদ প্ৰকাশ কৰিছে। কপাল চপৰিয়াই দুখ প্ৰকাশ কৰিছে।

মহাজন শিলৰ দৰে মানুহ। তেওঁ সিধু জেঠাৰ ঘঁৰিয়ালৰ চকুপানী বহুবাৰ দেখিছে। সমবেদনা নজনালে। চক্ষুক খুলিলেহে সব ফাঁচ হৈ যাব। জেঠাৰ ধন তিনি পুৰুষেও খাই শেষ কৰিব নোৱাৰে। মহাজনে আনৰ মৃতত ৰেম্ব ভাঙি খাব জানে। মনে মনে তেওঁ সিধু জেঠাৰ অৱস্থা দেখি ৰং পাইছে। যেঁটু কবিৰাজক মাটিৰ ধান দিয়া-নিদিয়া লৈ প্যাঁমেপাৰাৰ নিংনাই চবোৱা বুলি শুনিও তেওঁ একে সুখেই পাইছিল। বেছি হুতাশ সৰ্বনাশৰ লক্ষণ। সিধুৰ অৰ্থলোভে আকাশকো চেৰাই গৈছে। পতন অনিবাৰ্য।

হোকাত টান দি মহাজনে সিধুক সান্ত্বনা দিলে, 'কি কৰিবা? দেশ-কাল গ'ল। অলপ বুজি-সমজি চলিবা। অঘটন যাতে নঘটে।'

যেনা মহাজন উঠিল। তেওঁ আহিছিল ব্যৱসায়ৰ ধান বিচাৰি। প্ৰতি বছৰে আহু-শালিৰ বতৰত কেইখনো গৰু-গাড়ীত সিধু জেঠা আৰু গাঁৱৰ মাতব্বৰ সকলৰ পৰা ধান কিনি নি টাউনৰ গুদামত জমা কৰে। চলতি দামতকৈ কিছু বেছি দাম দিয়ে।

সিধু জেঠাই এইবাৰ এই নিগনি-মৰা ফান্দত ভৰি নিদিলে। মহাজনৰ পাইকাৰী বুদ্ধি তেওঁ গম পাইছে। মাছৰ তেলেৰে যে অত বছৰে মহাজনে মাছ ভাজি আহিছে জেঠাই বঢ়িয়াকৈ বুজি পাইছে। আৰু নে? দৰকাৰ হ'লে তেওঁ আনৰ ওচৰত ধান বেচিব, নহ'লে পাগলাদিয়াতে উটুৱাই দিব। তেও বুলি যক্ষটোক নিদিয়ে। টকাৰ কালাপাহাৰক শক্তিশালী কৰিলে নিজৰে টেকেলি এদিন কাতি হ'ব। তেতিয়াতো যেনা মহাজনে ৰক্ষা কৰিবলৈ নাহে। বৰং আঁৰত সুখৰ হাঁহিহে মাৰিব।

মহাজনক পেটে পেটে তেওঁ ঈৰ্ষা কৰে।

সন্মুখত অৱশ্যে ভিজা মেকুৰীৰ দৰে আচৰণ কৰে।

ধান তেওঁ নেবেচোঁ বুলি নক'লে, নাই বুলিহে ক'লে।

নতুনকৈ কিনা লৰীৰ বাহাদুৰি দেখুৱাবলৈ মহাজনক তেওঁ জীৱন-কালত কোনো সুযোগ নিদিয়ে। লৰীৰ ধূলি খাবলৈতো তেওঁৰ জন্ম হোৱা নাই, আনক খুৱাবলৈহে বৰং তেওঁৰ ক্ষমতা আছে। স্বয়ং পুতেকৰ হাতত তেওঁ লেগাম তুলি দিয়া নাই, কঠিন হাতৰ বজ্ৰমুঠিত তেওঁ বাঁচ টানি লৈ বহি আছে।

মহাজন উঠা সময়ত বাহৰ বগলী বাহত সোমাইছে, ঠাণ্ডাও পৰিবলৈ ধৰিছে। গাত এৰী চাদৰ এখন মেৰিয়াই চাহৰ বান-বাটিত শোহা মাৰি তেওঁ জলতি অহালৈ অপেক্ষা কৰি ৰ'ল।

জলতি তেওঁৰ চাকৰ। বিশ্বাসী অনুচৰো। আবেলি হোৱাৰ বহু আগতেই তাক পাগলাদিয়াৰ সিপাৰলৈ পঠিয়াইছে কমলেশ্বৰে আধি খোৱা মাটিৰ ধান চাবলৈ। কালিও কমলেহঁতে তেওঁৰ চোতাললৈ ধান অনা নাই।

তেওঁৰ আদেশ অমান্য কৰি, তেওঁৰ মুখে মুখে কথা কৈ কমলে আৰু সৰ্বেশ্বৰে তেওঁৰ মুখত চূণ, ছাই সানিছে। অপমানৰ অদৃশ্য কাঁইটে তেওঁৰ সৰ্বদেহ খুচি আছে। অন্তৰ্নিহিত জ্বালাত তেওঁ কেৱল ছটফট কৰিছে। দাবাখেলৰ চ'কত গুটি পেলোৱাদি তেওঁ প্ৰতি মুহূৰ্ত্ততে কেনেকৈনো কমলেক কব্জা কৰিব পাৰে তাৰে মন্ত্ৰণা কৰিছে। বয়স ভাটী নিদিয়া হ'লে লাঠীয়ে-বল্লমে চালেহেঁতেন। পিছে সিহঁত চাৰিটা তজবজীয়া জোৱান। পাঞ্জাখেলত পৰাৰ কথা নহয়।

সেয়েহে তেওঁ চুপ মাৰি আছে। দাঁত কৰচিছে।

কমলেৰ চোতাললৈ দুনাই যোৱাৰ ইচ্ছা তেওঁৰ নাই। এই লো.হিতটো থকা হ'লে! মোমায়েকৰ ঘৰলৈ যাওঁ বুলি সি হাৰা। তাকেই অন্ততঃ কিছু টকা দি পুলিচত আগতীয়া খবৰ দি ৰখাৰ ব্যৱস্থা কৰিব পৰা গ'লহেঁতেন। মুণ্ডপাত য'ক এনেকুৱা হুতাশন ল'ৰাৰ! নালাগে তেওঁক জল-পিণ্ড দি উদ্ধাৰ কৰিব!

ইফালে আকৌ কমাৰচুবাৰ শিশুপালেও চাৰিমোন সুতৰ সলনি শ-মুখে এমোন দিম বুলিহে মুখৰ ওপৰত কৈছে।

এই খাব নোপোৱাবোৰৰ এটা দল হৈছে হবলা। চালা ভতুৱা কুকুৰ! তেওঁ ভোৰভোৰালে। অভাৱৰ সময়ত ভৰিত দীঘল দি পৰি গলবস্ত্ৰ হৈ এই সিধুৰ চোতালত কি হাউ-মাউ কান্দোন—বাঁচাব লাগে, খাব নাপাই তিৰী-ছলি মৰিব ওলাইছে, বধৰ ভাগী হ'ব লাগিব। আৰু এতিয়া অভাৱ গুচিলে, দুটা ধানৰ মুখ দেখিলেই

মূৰত উঠি নাচিবলৈ আহ! অকৃতজ্ঞ আহম্মকৰ জাত! এতিয়া সিধু জেঠাক নালাগে। এতিয়া সিধু জেঠা এলাগী তিৰোতা হ'ল!

শিক্ষা দিব। জন্মৰ কাৰণে মনত থকাকৈ শিক্ষা দিব। টিলা পাই খিলা মাৰিব খোজাইঁতৰ নাড়ীভুঁৰি তেওঁ বাঘনখ বহুৱাই ছিৰাছটিৰ কৰিব।

জিভাত তেওঁ কামোৰ খালে।

হেন সময়তে আহক জলতি।

হোকাৰ নলীত দীঘলকৈ মাৰিব খোজা হোপাটো আধকৰাকৈ টানি চ'কীৰৰ লেম্পৰ পোহৰত জিলিকি উঠা জলতিৰ ছায়াটো দেখি চঁক খোৱা মানুহৰ দৰে লুটি খালে সিধু জেঠাই।

বেৰত জেঠী এটাই টিক্‌টিকাই দিলে।

ঠাণ্ডাই খামুচি থকা দেহাটো জিকাৰ খাই উঠিল। অঘটনৰ অশুভ ইংগিত এটাই তেওঁৰ সন্মুখত ছায়া নৃত্য কৰিবলৈ ধৰিলে।

শুদা ফটা বনিয়নটো পিন্ধি আঘোণৰ শেষ পষৰ ধাননিৰ নিয়ৰ গচকি অহা জলতি তেওঁৰ সমুখত কঁপিছে। কথা ক'ব পৰা নাই।

সিধু জেঠাই তাৰ তেনে মূৰ্তি দেখি ধমকি দিলে, 'কি হ'ল? বেঙে মুতা গৰুৰ দৰে কঁপিছে কিয়? ধান কাটিছে নে কটা নাই?'

'কাটিছে।' জলতিয়ে সমুখত বাঘ দেখা ভয়াৰ্ত মানুহৰ দৰে কঁপি কঁপি ক'লে। তাৰ ঠাণ্ডা লাগিছে যিমান, কি হয় ভাবি ভয়ো খাইছে ততোধিক।

'কি! কাটিছে!' সিধু জেঠা জাঙুৰ খাই উঠিল, 'মোৰ মাটিৰ ধান কাটি মোৰ চোতাল গচকোৱা নাই। বিভীষণ ঘৰ সোমাইছে! ডাঙৰীবোৰ ক'ত?'

জলতিয়ে ক'লে, 'তাত এটাও ডাঙৰী নাই। মই চাৰিওফালে ঘূৰি চাইছোঁ। উত্তমে কৈছে — কমলে আৰু সৰ্বেশ্বৰে মানুহ লগাই যোৱা কালিতে গোটেই পূৰা মাটিৰ ধান কটাই ঘৰত তুলিছে।' পিছৰ কথাখিনি কওঁতে জলতি কিছু সহজ হৈছিল। ইতিমধ্যে তাৰ কঁপনি কিছু মাৰ গৈছে।

হঠাতে কোব খোৱা মানুহৰ দৰে সিধু জেঠা বহু সময় বহা ঠাইতে স্থাণুৰ দৰে বহি থাকিল। তেওঁৰ চকু দুটা জ্বলিছে, মূৰটো খঙৰ ভমকত উতলিছে। তেতিয়া শিলৰ খুঁটাৰ দৰে জলতিক বেঙা মেলি সমুখত থিয় হৈ থকা দেখি সিধু

জেঠাই চিঞৰি উঠিল, 'কি চাই আছ? যা হেচাকটো জ্বলা; লাঠী-বল্লম ঠিক কৰ। কামে-বল্লেক মাত। মৃতলেক ওলাই আহিবলৈ ক। আজি ৰক্তগঙ্গা বব।'

উল্লেখিত তিনি ব্যক্তি জেঠাৰ চাকৰ।

পাঁচ মিনিটো নালাগিল। হেচাক জ্বলাই সাত-আঠজনীয়া দল এটা লৈ সিধু জেঠা শিয়াল দৌৰাদি আধা মাইল একে উশাহে পাৰ হৈ কমলেৰ চোতাল উঠিল।

দেখে, চোতালত এপুৰা মাটিৰ ধান নাই। একাষে কেইটামান ডাঙৰীহে পৰি আছে।

চোতালত আগনিশা মৰণা মৰাৰ চিন। মাটিত কেঁচা খেৰ এডালো চকুত পৰা নাই।

কমলেশ্বৰৰ ঘৰত দুৰ্যোগ। তাৰ ঘৈণীয়েকে আগনিশা যমে-মানুহে টনাটনি কৰি এটা মৃত সন্তান প্ৰসৱ কৰিছে। মনৰ দুখত কাল সন্ধিয়াতে সি বিচনাত পৰিছিল। সিধু জেঠাৰ কণ্ঠৰ মাত, হেচাকৰ পোহৰ আৰু বহু মানুহৰ দপদপনি, গণ্ডগোল শুনি সি বাহিৰ ওলাই আহিল আৰু চোতালত থিয় হৈয়েই ৰণসজ্জাৰে সজ্জিত এজুম মানুহৰ সম্মুখত সিধু জেঠাক নেতৃত্ব দিয়া দেখি দুখোজ পিছুৱাই গ'ল।

ইতিমধ্যে গাঁৱৰ আলিত দুই-চাৰিক দেখা পোৱা গ'ল। কমলেশ্বৰৰ চোতালত নাটক চলিব— এই আশাৰে দুই-এখন মুখে আঁতৰৰ পৰা ভুমুকিয়ালে; কিন্তু কোনো ওচৰ চাপি নাহিল।

জেঠাৰ চিধা প্ৰশ্নঃ 'তই ধান কাটি মোৰ চোতালত তোলা নাই কিয়?'

চুৰা গাৰে এহাত ওৰণী টানি দুৱাৰৰ পোলাত ধৰি কমলেৰ অশৌচীয়া পৰিবাৰ থিয় হৈছে। তাৰ পিছত ভয় খাই হুৱা-দুৱা লগাই দিলে। তাকে দেখি কমলেৰ ল'ৰা-ছোৱালী হালেও মাকৰ আঁচলত ধৰি চিঞৰ-বাখৰ আৰম্ভ কৰিলে।

কমলেশ্বৰে নদমি উত্তৰ দিলে, 'মই কটা নাই। সৰ্বেশ্বৰে কাটিছে।'

সিধু জেঠা দুৰ্বাসা মুনিৰ ক্ৰোধতকৈও বেছি অগ্নিশৰ্মা যেন হৈ পৰিল। কমলেৰ বাউসিত থাপ মাৰি ধৰি তেওঁ গৰ্জিলে, 'চালা কুকুৰ! তই বুদ্ধি নিদিলে তোৰ ভায়েৰেই এই কাম কৰিব পাৰে?'

তাৰ পিছত আগ-পিছ নুগুণি কমলেৰ বাওঁ গালত সিধু জেঠাই এটা পূৰ্ণাহুতীয়া চৰ শোধাই দিলে।

আচম্বিতে এনে অভাৱনীয় ঘটনা ঘটাত চন্তালিব নোবাবি কমলেশ্বৰ ছিটিকি ধানৰ ডাঙৰীৰ ওপৰতে পৰিল। ধাতস্থ হ'বলৈ সি কিছু সময় ল'লে।

মৈণীয়েক আৰু ল'বা-ছোৱালীহালৰ চিঞৰ সপ্তমত উঠিল। গগন ফালি যাওঁ যাওঁ যেন হ'ল।

মাৰিলে ঐ! খালে ঐ!

কমলেৰ তিনিও ভায়েকে চাৰিঘৰমান আঁতৰত, এক-ডেৰ ফাৰ্লং দূৰত তাছপাত খেলি আছিল। চিঞৰ শুনি তিনিওটা মদোন্মত্ত হাতীৰ দৌৰি আহিল। সিহঁতৰ লগে লগে তাছপাতৰ সংগীবোৰো উধাতু খাই কমলেৰ চোতাল পালে।

ইতিমধ্যে হ'বলগীয়াখিনি হৈ গৈছে।

মানুহ বনৰ পশুতকৈ যে অধম আৰু নৃশংস হ'ব পাৰে তাৰে এখন নাটকৰ গভীৰ গৰ্ভাংকৰ সামৰণি পৰিছে।

ছিটিকি ধানৰ ডাঙৰীত পৰি গৈ ধাতস্থ হ'বলৈ কিছু সময় ল'লে কমলেশ্বৰে।

সিধু জেঠাই গৰ্জি গৈছে—'গাহৰিৰ জাত! এপুৰা মাটিৰ এই ছয় ডাঙৰী ধান! ৰাতি ৰাতি দহ মৰণা মাৰি ভঁৰালত তুলি সিধুক ফাঁকি দিয়। খেৰ লুকায়। টকা ধাৰে নি সুত দিয়াৰ সময়ত লুটি-বাগৰ দিছ।'

কামে-বস্থে-মৃত্তলেৰ দলটো নিৰ্বিকাৰভাৱে থিয় দি আছে। জেঠাৰ আদেশলৈ মাথোঁ অপেক্ষা। নিৰীহ চিকাৰটোৰ আৰ্তনাদ সিহঁতে উপভোগ কৰিছে।

কমলেশ্বৰ দেখিলে ধানৰ ডাঙৰীত বিৰিয়া এডাল বিন্ধাই থোৱা আছে। মোক্ষম পাশুপাত হাতৰ কাষত। সি আৰু মুহূৰ্তও পলম নকৰিলে। জাপ মাৰি উঠি এক টানে ডাঙৰীৰ পৰা বিৰিয়াডাল উলিয়াই সি সিধু জেঠাৰ মূৰলৈ লক্ষ্য কৰি ব্ৰহ্মকোব এটা বহুৱাই দিলে। জেঠাৰ ভাগ্য ভাল। অতৰ্কিত আক্ৰমণ যদিও তেওঁ মূৰটো একতীয়াকৈ ধৰাত কোবটো গৈ কান্ধত পৰিল। তাতেই তেওঁ বহি গ'ল। তেওঁৰ কান্ধৰ ছাল ছিগি গৈ তেজৰ ফোঁৱাৰা ছিটিকি পৰিল।

কামে-বস্থে ইমানতো বৈ থাকিব পাৰেনে? আটাইকেইটাই লগ হৈ কমলেশ্বৰক বেৰি ধৰি টঙনিয়াবলৈ ধৰিলে।

ঠিক সেই মুহূৰ্ততে কমলেৰ তিনি ভায়েক চোতালত উধাতু খাই হাজিৰ।

আৰু কথা নাই। তিনিও তিনিটা নাঙলৰ ডিলা উলিয়াই লৈ একালৰপৰা সিধু জেঠাৰ দলটোক ঢাহি মুহি নিবলৈ ধৰিলে। তিছিৰ নোবাবি কামে বস্থেইত

পলাই পত্ৰং দিলে। একে লগে বাটত জুম পতা দৰ্শকৰ দলটোও ভাগিবলৈ ধৰিলে।

ইয়াৰ মানুহ যুক্তি-বুদ্ধিৰ কচৰত কৰাতকৈ পৰিস্থিতিৰ কাঁটাই কাঁটাই ঘড়ীৰ নিয়মত চলে। প্ৰাণৰ দায়ত সিধু জেঠাক কমলেৰ চোতালতে বিষম অৱস্থাত এৰি ভয়তে দৌৰ দিলে কাপুৰুষৰ দৰে।

কেঁকাই-গেঁথাই চক্ৰবেহুৰ মাজত সিধু জেঠা কৰ্ফাল খাই পৰি আছে।

ওচৰত কমলেশ্বৰ। তাৰ দেহৰ ওপৰেদি ভীমৰ গদা ঘূৰিছে। ৰণত পৰা মানুহৰ দৰে সিও লাং খাই দীঘলকৈ উশাহ টানিছে। সিধু জেঠাতকৈ কমলেৰ অৱস্থা সংকটজনক। একেলগে কেইবাজনৰো নিৰ্মম নিৰ্দয় প্ৰহাৰে তাৰ গা কুঁহিয়াৰ পেৰাদি পেৰি নিছে। ফুলি ফিকি ধেঙাকাৰ দিছে।

ক'ৰ পানী ক'লৈ বৈ গ'ল— অসহ্য যন্ত্ৰণাত কাতৰ হৈ চিঞৰ মাৰি কপাল চপৰিয়াই সিধু জেঠাই তাকে ভাবিছে। তেওঁ বল দিও উঠিব পৰা নাই। ধূ ধূ মৰুভূমিৰ বালিৰ ওপৰত চৰম অসহায় অৱস্থাত তেওঁক সকলোৱে এৰি থৈ গৈছে। ডেডাউৰি পাৰি গগন ফালিলেও মাত এষাৰ দিওঁতা নাই। নাই, পুতেক এটা আছিল, সিও মৰিছে। নহ'লেনো তাৰ বাপেকক আজি অসহায় অৱস্থাত পাই খোৱাই খোৱা দিয়েনে?

তেওঁৰ অতদিনৰ শ্ৰদ্ধা-সম্মান-প্ৰতিষ্ঠাৰ অহংকাৰ গভীৰ খাদত জহি গৈছে। মানুহৰ আগত তেওঁ নাক উলিয়াব নোৱাৰিব। সকলোৱে তেওঁক দেখিলে ফিচিঙা-ফিচিঙি কৰিব। বায়তৰ হাতত মাৰ খোৱা বুলি ঠাট্টা-মস্কৰা কৰিব। জেনা মহাজন, পূৰ্ণ দেউ, ঘেঁটু কবিৰাজৰ ওচৰত একে মৰ্যাদাৰ আসন তেওঁ আৰু কেতিয়াও পাব নোৱাৰিব। ইমান দিনে আক্ৰোশীৰ দৰে দুই হাতে আঁজুৰি অনা ধন-বিতে তেওঁক দিলে কি? তেওঁ বেকায়দাত পৰা দেখি ছাঁটো হৈ থকা ফুৰা 'লেম্পুৰ' কেইটাও দিহাদিহি পলাল।

চোতালত কিছু পিছতে মানুহ ঠাহ খাই পৰিল। লাঠীদল ভাঙি মানুহৰ সোঁত কমলেশ্বৰৰ চোতাললৈ বৈছে।

কোনো বাদ নাই। পো-য়োৱালী ল'ৰা-ছোৱালীয়ে এনে এটা নোহোৱা নোপজা ঘটনাৰ গোন্ধ পাই কুকুৰ দৌৰাদি যেনি আছিল তেনি ভাগিছে। পাগলাদিয়াত মাছৰ উজান আহিলেও দুয়োপাৰে ইমান মানুহ নহয়।

দুয়োপক্ষকে সমৰ্থন কৰা মানুহ আছে।

কিন্তু দেখ দেখকৈ সিধু জেঠাক সমৰ্থন কৰা মানুহেই বেছি হ'ল।

বয়স্ক মানুহজনৰ গাত হাত তুলিব নালাগিছিল। আধিৰ ধান মালিকৰ চোতালত ৰখাটোহে নীতিৰ কাম।

নানা জনে নানা মন্তব্য দিলে। কলৰোল উঠিল।

সৰ্বেশ্বৰে চৰা গলাত চিঞৰি উঠিল, 'মৰ খকুৱা। চালা শগুণ! এই যাত্ৰাত কোনো মতে সাৰিলি যা। সেই সময়ত মই থাকিলে লাচটোহে নিব পাৰিলেহেঁতেন।'

ইতিমধ্যে কমলেশ্বৰক তুলি নি ঢাবিত শুৱাই সেকা-পোৰাৰ কাম আৰম্ভ হৈ গৈছে। তাৰ অশৌচীয়া ঘৈণীয়েকৰ মৰ কান্দোন তেতিয়াও থমা নাই।

কমলেশ্বৰৰ গাৰ কেইটাইতো আঘাত হৈছে। লাঠীৰ কোবত কৌৰাৰি ফাটি চৌ চৌ কৰি তেজ বৈছে। ভৰিৰ আঁঠুৰ পাঁখি কোবৰ প্ৰকোপত ছিগিছে। ক'লা ক'লা দাগেৰে সৰ্বশৰীৰ ভৰ্তি। তাৰ পূৰ্ণ চৈতন্য কিৰি অহা নাই। তজা নিমখেৰে টোপোলা বান্ধি সেঁকোতে কটা ঘাত চেঙা লাগি সি পৰম তেলত তজা জীয়া কাবৈৰ দৰে ছটফটাই উঠিছে।

সক মাজু ভায়েক দেৱেশ্বৰে দাঁত কৰচি আছে। তাৰ ইচ্ছা— বুঢ়াক গৰু এৰাল দিয়া দৰখেৰে তাঁতশালৰ খুটাত বান্ধি ৰখাৰ।

পিছে তিমানলৈ যাব পৰা নহ'ল।

ঘটনাটো ঘটাৰ দহ মিনিটমানৰ ভিতৰতে ভয়ত পলাই যোৱা জলতি-কামেইতে আৰু বহু মানুহ গোটাই ডাং কোলা কৰি ঘৰলৈ লৈ আহিল সিধু জেঠাক।

জেঠাৰ পৰিবাৰ কুকুৰীকণা। তেওঁ ডাঙৰকৈ চিঞৰি কান্দিবও নাজানে। হঠাতে নামি অহা এই অভাৱনীয় দুৰ্দশাত তেওঁ কেৱল মুক-বধিৰ-বিকল হৈ গ'ল। ভীষণ ভয়ৰ ধাক্কাত তেওঁ আনকি ঘটনাস্থলীলৈ কাৰো হাত ধৰিও আহিব নোৱাৰিলে।

এসপ্তাহমান পিছত বেজ বৈদ্যৰ জৰা ফুকা আৰু ডাক্তৰৰ দৰব-পাতিৰ সমূহীয়া ফলস্বৰূপে সিধু জেঠৰ ঘা শুকাল। তেওঁ তালকৈ উঠি লৰি ফুৰিব পৰা হ'ল। কিন্তু তেওঁৰ মনোজগতত এটুকুৰা কাহানিও নুশুকোৱা ঘা বৈ গ'ল, হৃদয়ৰ আকাশত এচপৰা ক'লীয়া মেঘ লুকাই থাকিল।

নগৰৰ হাস্পতালৰপৰা নগদ বিছ দিনৰ পিছত উভতি আহিল কমলেশ্বৰ।

আহিল গৰু গাড়ীত!

আগৰ ডেকা তজবজীয়া কমলেশ্বৰতো ঘূৰি অহা নাই। এটা কঁকা আহিছে। এখন ভৰি আঁঠুৰ তলৰ পৰা বাদ যোৱা লাহীদলৰ কমলেশ্বৰ ভগ্ন-ক্ষত দেহ এটা লৈ ঘৰলৈ ঘূৰি আহিছে। পুৰস্কাৰ হিচাপে কাঠৰ ভৰি আৰু ক্ৰাচ এযোৰ তাৰ লগত আহিছে।

দেখিয়েই ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী হালে চিএৰত গছৰ পাত সৰালে।

পুলিচো আহিছে। ঘটনাৰ পিছদিনাই। সিধু জেঠাই চন্দুকৰ ধন ভাঙি অনা পুলিচ।

নোসোধা-নোপোচাকৈ দেবেশ্বৰ আৰু সৰ্বেশ্বৰক হালে সাঙুৰি নিছে। সৰু ভায়েক নৰেশ্বৰ ককায়েকৰ লগত সেই সময়ত হাস্পতালত আছিল। নহ'লে সিধু জেঠাৰ নগদ মহাৰাণী মাৰ্কা মুদ্ৰাই নৰেশ্বৰকো নিস্তাৰ নিদিলেহেঁতেন।

এই সুযোগতে চাকৰ-বাকৰৰ হতুৱাই তেওঁ জোৰ কৰি কমলেশ্বৰৰ ভঁৰালৰপৰা ইচ্ছা মতে গুটি ধান বস্তাই বস্তাই ভৰাই লৈ গৈছে। বাধা দিওঁতা কোনো নাই। কমলেশ্বৰৰ ঘৈণীয়েকৰ বাধা-নিষেধ-কান্দোনেও শিল গলাব নোৱাৰিলে। টকাৰ কোবত দেবেশ্বৰ-সৰ্বেশ্বৰৰ তিনি মাহকৈ জেলো হ'ল।

সিধু জেঠাই প্ৰতিশোধ ল'লে সঁচা, কিন্তু সময়েও তেওঁৰ ওপৰত প্ৰতিশোধ ল'লে।

কমলেশ্বৰৰ ডাড়িয়ে গোঁফে ভোবোকাৰ ভূত-প্ৰেতৰ নিচিনা এখন ভৰি নোহোৱা মূৰ্তিটোৱে সঘনাই শয়নে-সপোনে তেওঁক আমনি কৰা হ'ল।

বহুদিন তেওঁ ঘৰতে সোমাই থাকিল। মুক্ত বায়ু সেৱন কৰিবলৈ, খোলা আকাশৰ তলত থিয় দিবলৈ তেওঁৰ সংকোচ বেছি বাঢ়ি গ'ল।

তেওঁ কিছুদিনলৈ ধকৰাৰ কথা পাহৰি থাকিল। দুই-একে তেওঁৰ খা-খবৰ ল'বলৈ আহিলেও তেওঁ নিকসোহীৰ দবেহে অতি প্ৰয়োজনীয় কথা এটা-দুটা কোৱা হ'ল। খোৱা-লোৱাৰ প্ৰতি আগৰ কচিও নাইকিয়া হ'ল।

লোহিতক চকুৰ আগত দেখিলে অৱশ্যে অকথ্য খং এটাই তেওঁৰ ডিঙি চেপি ধৰে। নিজৰ ঔৰষৰ পো বুলিহে তেওঁ তাক কাটি দুটুকুৰা কৰা নাই।

জয়কান্তৰ অপমৃত্যু আৰু কমলেশ্বৰ দুৰ্ঘটনাই কেৰা মাহলৈ গাওঁখনৰ পৰিবেশ গোমোঠা কৰি ৰাখিলে।

অপদেৱতাই প্ৰায় বুলি মৃত্যুৰ পিছত বহুদিনলৈ মানুহ ঘৰৰ বাজকে নোলাইছিল।

জয়কান্তৰ মৃত্যু পুৰণি ঘটনা হৈ যোৱাৰ পিছত কমলেশ্বৰৰ চকুপানীয়ে গাঁৱৰ ওপৰেদি এজাক চেঁচা বতাহ বোৱাই দিলে।

পৰিবৰ্তন এনেকৈয়ে আহে।

এটা স্তৰ পুৰণি হৈ যোৱাৰ পিছত বিবিধ প্ৰলেপ আৰু চামনি সঞ্চিত হৈ পুৰণিৰ ওপৰতে নতুন স্তৰপ পৰে।

এসময়ত নতুনো পুৰণি হৈ যায়। আকৌ প্ৰলেপ পৰা আৰম্ভ হয়।

মৃত্যুই কাঢ়ি নিয়ে জীৱনৰ সাৰ্বভৌম অস্তিত্ব। হাড়ত বন গজে। সময়ে ধূলি সিঁচি দিয়ে। মানুহে অতীতক পাহৰি যাৰ বিচাৰে। পাগলাদিয়াৰ পাৰত কঁহুৱা মৰে, আকৌ গজে; ফুলে, মৰহি যায়, আকৌ ফুলে .....

এদিন পূৰ্ণ বাপুও গ'ল।

পুতেক বাংকাই বাপেকৰ প্ৰথমটো বছৰেকীয়া শ্ৰাদ্ধ কৰি পিতৃৰ বৃত্তি গ্ৰহণ কৰিলে।

জয়কান্তৰ অপমৃত্যুৱে নৰহৰিক শিমলুতলৰ মাটি দুবিঘাৰপৰা বঞ্চিত কৰিলে। সেই কাৰণে দীঘে বৰ নোৱাৰি তেওঁ পুতলে বলে।

জয়কান্তৰ অপঘাত মৃত্যু হোৱা কাৰণে তেওঁৰ শ্ৰাদ্ধাদি নহ'ল। বাংকো দেউৰ হতুৱাই পুতুলে গয়াত পিণ্ড দিলে। ভূত-প্ৰেতে হাউলী গচকিব নোৱৰাৰ কাৰণে এই ব্যৱস্থা। নহ'লে বাটৰ মুখৰ নাৰিকলজোপাত মাজ ৰাতি ধহমহকৈ বিকট শব্দ হয়। পুতুলৰ মূৰত সকলোৱে এই ধাৰণা সুমুৱাই দিলে— জয়কান্তৰ প্ৰেতাত্মাৰে এইবোৰ কাণ্ড। উদ্ধাৰ পাব লাগিলে গয়াত পিণ্ড দিয়াৰ বাহিৰে আন গতি নাই।

পুতুলে কাণৰ কাণফুলযোৰ বেচি পোৱা টকাখিনি বাংকোৰ হাতত তুলি দিলে।

শত বিপত্তি ধুমুহাৰ দৰে মূৰৰ ওপৰেদি পাৰ হৈ গৈছে। এনেয়ে লঘোন, তেনেও লঘোন। শিৰৰ সেন্দুৰ মচা গৈছেই যেতিয়া কাণফুলযোৰলৈ মোহ ৰাখি কি লাভ হ'ব? দানৰ বস্তু দানতেই লাগক।

খাবলৈ খুদকণ এটাও নাপাই, শুকনি খাই খাই, চিন্তাই-বেজাৰে পুতুল নামৰ এজনী মানুহ যে পৃথিৱীত আছে, তাৰ শেষ প্ৰমাণ দিলে হাড় আৰু ছালত লাগি থকা প্ৰায় স্পন্দনবিহীন এটা জঁকাই।

ঘনকান্তৰ বাহিৰে চাৰিজনী ছোৱালী এমা-ডিমা। ডাঙৰজনীয়ে হেঁকাই-বেঁকাই কোনোমতে লাচনি-পাচনি কৰিব পৰা হৈছে। বাকীকেইটাৰ নাকৰপৰা শেঙুনেই যোৱা নাই।

হেন সময়তে এদিন নৰহৰি বৰ্মনৰ চাকৰ গোপী আহি ঘনকান্তৰ ঘৰত হাজিৰ হ'ল।

ঘনকান্তক নাপাই গোপীয়ে মাককে কৈ গ'ল ঘন আহিলে নৰহৰি বৰ্মনৰ লগত অতি সত্বৰ দেখা কৰিবলৈ। কথা আছে।

ঘনকান্তই সেই সময়ত ইঘৰে-সিঘৰে কাম কৰি দুদিনৰ মূৰত ঘৰখনক এসাঁজ খুৱায়।

জয়কান্তৰ শিমলুতলৰ মাটি দুবিঘাৰ লোভত নৰহৰি বৰ্মনৰ জিভা কাৰ্শলাৰ দৰে লকলকাই আছে।

গতিকে ঘনক তেওঁ চাকৰ খটুৱাই ঋণ আদায় কৰিবলৈ ছল চাইছে। জয়কান্ত মৰি তেওঁৰ দীঘল আশাত চেঁচা পানী পৰিল। কিবা কৰি যদি কাছুৰ চলণৰ দৰে কঠিন বুদ্ধি খটুৱাই ঘনকান্তৰ ভৰিয়তে মাটিখিনি হাত কৰিব পৰা যায়, একে দাগত আৰু কাৰো মাটি নাথাকিব। এতিয়া জয়কান্তৰ মাটি দুবিঘাই তেওঁৰ সেওঁতা ফলা দাগটোৰ সৌন্দৰ্য নষ্ট কৰিছে।

তেওঁক তদুপৰি এটা চাকৰো লাগে। আগৰ কেইটা সাত ঘাটৰ পানী খাই খাই শিয়ান আৰু মগৰা হৈ পৰিছে। কথা শুশুনে। ঘনকান্ত গোঁফ ঠুটিওৰা ডেকা ল'ৰা। দ-মাটিত হাল বোবাৰ উপযুক্ত।

সেইদিনা মাকৰ মুখত মতা শুনি ঘনকান্ত গৈ নবহৰিৰ ওচৰত হাজিৰ হ'ল। তাক বহিৰলৈ দি নবহৰিয়ে ৰমাকান্তৰ দিনৰপৰা বৰ্তমান কাললৈকে দুটা পৰিয়ালৰ মাজত যে এটা নিছিগা চেনেহ-সৌহাৰ্দ্যৰ সম্পৰ্ক আছিল তাৰে ৰকলা মেলি শেহান্তৰত একাগ্ৰীপাট ধনুত জুৰিলে, 'গতিকে বুজিছইতো। বাপেৰ কাল হ'ল। কি কৰিবি? এইবোৰ নেদেখাজনৰে লীলা-খেলা। সৌ আকাশৰপৰা তেৰাই বিশ্বব্ৰহ্মাণ্ড নিয়ন্ত্ৰণ কৰি আছে।'

অস্বস্তিত উঠিব পাৰিলেই ঘনৰ উশাহ সহজ হয়।

নবহৰিয়ে আখ্যান-ব্যাখ্যান থমোৱা নাই, 'সুখে-আপদে, ধাৰে-ঋণেই মানুহ। তোৰ বাপেৰে টকা চাৰিশ দি ধাৰ নোৱাৰিলে। ষক, ময়ো নিবিচাৰোঁ। মৰা মৰি গ'ল। গ'ল কথা গুচিল।'

নবহৰিয়ে হোকাত দীঘল টান দি দুৱাৰমান খুচ্-খুচ্ কাহি আকৌ আৰম্ভ কৰিলে, 'তই পুতেকটো হৈ বাপেকৰ ঋণখিনিও নুশুজিবিনে? মই তোক সৰুৰে-পৰা চিনি পাওঁ। ঘৰখনৰ কাৰণে তই বহু কষ্ট কৰিছ। স্বভাৱ-চৰিত্ৰ ভাল নহ'লে আজিকালিৰ দিনত কোনে কাৰ হৈ ইমানখিনি কৰে?'

ঘনকান্তই নবহৰিৰ মুখলৈ আকুলভাৱে চাই আছে। তাৰ পেটত কালিৰে পৰা পানীৰ বাহিৰে একো পৰা নাই। ভনীয়েক কেইজনীয়ে উপজি পুৱাৰেপৰা কলমটিয়াই আছে। সকটোৱে ভোকৰ পোৰণিত দিনটো কেঁকুৰিছে। ডাঙৰজনীয়ে আনৰ বাৰীৰপৰা তিনিটা বেঙেনা আৰু চাৰিটামান ভোল চুৰ কৰি আনি তাকে পুৰি ভনীয়েকহঁতক দিছে। তোল পোৰা খাই পেটৰ জুই গুচাব পাৰিবনে?

আকৌ নবহৰিয়ে পুৰণি সূত্ৰ ধৰি ক'লে, 'সেই কাৰণেই কৈছোঁ— তই মোৰ লগতে থাক। কিবা এটা বন্দৱস্ত থাকিবি। মুখামুখি ঘৰ যেতিয়া ৰাতি খাই-বৈ নিজৰ ঘৰতে তই থাকিব পাৰিবি। তেতিয়া আৰু তোৰ মাৰ-ভনীয়েৰ এনেকৈ আধা-শুকনি খাই থাকিব নালাগে।'

'ঠিক আছে, মই আহিক সুধি চাম' বুলি কৈ ঘনই থিয়-দত্তা দিলে। বিৰক্তিত পলাব পাৰিলেই সি বাঁচে। বহোঁতে বহোঁতে তাৰ চিকা জনাব হৈ পৰিছে।

নৰহৰিয়ে ক'লে, 'মাৰক আৰু কি সুধিব লাগে হোঁ? মাৰ আজি আছে কালি নাই। তেওঁ অবিহনে তইহে ঘৰ চলাব লাগিব। ভাত ভাওৰ নে মাক ভাওৰ? আহিবি। কালিলৈকপৰা আহিবি।'

তেনেতে তেওঁ গোপীক মাতিলে, 'ঘনক মোনা এটাত চাউল অলপ বান্ধি দে।'

গোপীয়ে সুধিলে, 'কিমান দিম, দেউতা?

'দে এসাঁজৰ জোখাৰে।'

চাউলৰ নাম শুনি ঘনকান্তই বহলকৈ চকু মেলি দিলে। তাৰ বুকু জুৰ পৰি গ'ল, বিৰক্তি ভাব আঁতৰিল। হওক না এসাঁজৰ চাউল। তথাপি দুদিনৰ মূৰততো সিহঁতে এসাঁজ ভাতৰ মুখ দেখিব।

পৰম কৃতজ্ঞতাত সি নৰহৰিৰ ষড়যন্ত্ৰৰ প্ৰথম টোপটো গিলিলে। চাউলখিনি লৈ সি গদ্ গদ্ চিত্তে কোবাকুবিকৈ নঙলাটো পাৰ হৈ নিজৰ ঘৰ সোমাল।

তাৰ পিছ দিনাখনৰপৰাই ঘনকান্ত নৰহৰিৰ চাকৰ হ'ল। নৰহৰি বৰ্মনে অলিখিত চুক্তিপত্ৰত ঘনকান্তই পালন কৰিবলগীয়া চৰ্তকেইটা এনেদৰে বান্ধি দিলেঃ ঘনকান্তই প্ৰতিটো বছৰত আঠ মোন ধান পাব। তাৰে চাৰি মোনকৈ পিতাকে কৰা ধাৰৰ বাবদ কটা যাব। তদুপৰি সি তেওঁৰ চাকৰ হ'ল যেতিয়া তাৰ নিজৰ ছয় বিঘা মাটিত তেওঁৰ হাল-গৰুৰে খেতি কৰি পোৱা ধানবো আধা ভাগ বৰ্মনক দিব লাগিব। আনক দিলেওতো আধিহে দিব লাগিব। গতিকে এই ব্যৱস্থাত ৰাজী হ'লেহে ইকুল-সিকুল ৰক্ষা পৰিব।

ইফালে বৰ্মনে তেওঁৰ তিনি চাকৰ গোপী, ধনা আৰু লেৱাক ঘনৰ ওপৰত কড়া নজৰ ৰাখিবলৈ গোপনে নিৰ্দেশ দিলে যাতে সি ওচৰ-চুবুৰীয়া ঘৰ বুলি ৰাতি-বিয়লি বা আনকি দিনে-পোহৰেও একো সৰকাব নোৱাৰে।

চকুপানী নাছিলেই, তথাপি শেষ সোঁতা কান্দি ঘনৰ চিৰ-কগ্না মাকে পুতেকৰ শিৰত শীৰ্ণ আঙুলি বুলাই তাক আওবাই দিলে বধ্যভূমিলৈ, ঘাতকৰ ওচৰলৈ।

আৰু এটা চৰ্ত মানিব লাগিব।

তাৰ ডাঙৰ ভনীয়েক যশোদা ভুই কৰ পৰা হৈছে যেতিয়া তাই বৰ্মনৰ মাটিত বিনা বেতনে ভুঁই কৰ লাগিব। বিশেষকৈ তাৰ ছয় পিছা মাটি বোওঁতে বৰ্মনে বোৱণীৰ বাবদ পইছা বা জা-জলপানো আনকি খৰচ নকৰে।

তাতো সি মুৰ দুপিয়াবলগীয়া হ'ল। বুকু ফাটি গ'লেও সি বৰ্মনক কলিজাৰ মুখা তেজ নেদেখুৱালে।

সি বিজনি কৰিলে মাত্ৰ। তাৰ সমুখত নৰহৰি বৰ্মনৰ দহ কুঠলীয়া ঘৰ, চৌহদত পকী দেৱাল, তামোল নাৰিকলৰ মেট মৰা বাৰী। খাওঁতা নাই, বস্তু গছতে পঁচি-সৰি যায়। তথাপি কাকো কুটা এগছ চুৰলৈ নিদিয়ে। চাকৰ কেইটাই বাং কুকুৰৰ দৰে খেদি আহে হিংস্ৰ দাঁত মেলি।

কিন্তু তাৰ ঘৰৰ বেৰত ইকৰা এডালো নাই। গাঁথিবোৰ সুলকি যোৱাত বেৰবোৰ খহি পৰো পৰো হৈছে। কোনোমতে ঢোকা দি ৰাখিছে। ফেৰ্কেৰীয়া বতাহতে ঘৰটোৰে মেটমেটাই উঠে। চালত খেৰ নাই। নৰা জাপি দিয়া সত্ত্বেও ঢং-ঢঙীয়া ফুটাৰে সৰগ দেখি, তৰা লেখিব পাৰি। এই মুখচেদি কাউৰী সোমাই আনটো মুখচেদি ওলাই যাব পাৰে। ঘৰৰ কেঁচা মজিয়াত কেঁচুমটা, উইৰ হাফলু; বেৰত কুমজেলেকুৰা, কেকেলুৰা, বিছা, ক'ৰবাত আকৌ আঁহতে শিপা মেলিছে। বাঁহৰ চাঙত হাত দিলেই বজ্ৰ পৰাৰ শব্দ হয়, শুলে ৰেলগাড়ীত যোৱা যেন লাগে। ধুৰা চৰু-মলাতো অব্যৱহাৰৰ ফলত গোন্ধ বিয়পে। চোতালত গুগোবৰ, পঁচা বনপাত। মাকৰ শেতেলি পূতিগন্ধময়। ওচৰ চাপিলে ওকালি আহিব খোজে। অথচ তাতেই মাক পৰি থাকে বাত বিষত কেঁকাই কেঁকাই।

বনপোৰা জুই বিয়পাদি অসহ্য আত্মদাহত দগ্ধ হোৱা মনকান্তই নৰহৰিৰ নাঙল ঠেলে, তেওঁৰ ভঁৰাল দুগুণে ভৰায়। উপজি পুৱাতে পথাৰ পাব লাগে। বেলি মুৰৰ ওপৰ পোৱালৈকে সামান্য পিঠাগুড়ি আৰু এবাটি ফিকা চাহ খাই নাঙল চলাব লাগে। তাৰ পিছত পুখুৰীত জোবোৰা এটা মাৰি হাত-ভৰিৰ বোকা নুগুচোৱাকৈয়ে আহু চাউলৰ ভাত, মাটি মাহৰ আঞ্জাৰে কাণে-নাকে গুজি মেটমৰা ভাৰ এখনত বাৰীৰ বয়বস্তু বোজাই কৰি বজাৰলৈ নি সেইবোৰ বিকিব লাগে। ঘূৰি আহি খেতিৰ দিনত গাৰ নোম দেখা-নেদেখা হোৱালৈকে পথাৰত আলিৰ পাহ কাটিব লাগে, নতুবা কঠীয়া তুলি বোকা দিয়া মাটিত পেলাব লাগে। অবসৰ

যেন দেখিলে ৰাতি নৰহৰিয়ে ডলা-চাবি-কুলা ৰবলৈ লগাই দিয়ে। সকলোৰে শোবাৰ পিছতহে তাৰ ছুটী।

প্ৰত্যেকটো দিন আগৰটোৰ পুনৰাবৃত্তি।

বজাৰৰ এটা পইছাও সি সৰকাৰ নোৱাৰে। কাৰণ তাৰ লগত ধনা বা লেবাৰ এজন থাকেই । বিক্ৰি নোযোৱা প্ৰতিটো বস্তুৰ হিচাপ পাই পাইকৈ দিহে তাৰ মুক্তি। তাৰে এটা পঁচা কল বা খেনা নাৰিকলো তাৰ নিজৰ ঘৰলৈ নিয়াৰ অধিকাৰ নাই।

সি ঘৰলৈ গ'লে যশোদা বা যমুনাই কুটুৰে। উপায় নাপাই সি ধমকি দি সিহঁতক শান্ত কৰে। তাৰ পিছত আঁৰত শৰীৰ মনৰ দুখত হুক হুককৈ কান্দে। ব্যৰ্থতা আৰু উছন যোৱা জীৱনৰ মুমূৰ্ষু জঁকাটোৰ হাঁহাকাৰে তাৰ টেঁটু চেপি ধৰে।

নৰহৰিয়ে পঁচা বস্তুটো দৰ্কাৰ হ'লে পেলাই দিব, তথাপি ভোকাতুৰক দান কৰি পুণ্য অৰ্জন নকৰে।

মাজতে এটা আবেগৰ ঘটনা ঘটিল।

ইতিমধ্যে সিধু জেঠাৰ মনত পুৰণি ৰোগ অৰ্থলিপ্সাই উক দিছে। অৱশ্যে ধন ধাৰে দিলেও সুতৰ হাৰ কমাই দিছে। কমলেশ্বৰক দেখি আৰু দুই এজনেও সুতৰ ধান ঘূৰাই দিয়াত গহাৰি কৰিছে। নিষ্ফল আক্ৰোশত জ্বলি মৰাৰ বাহিৰে তেওঁ একো পথ দেখা নাই।

ডাঁড়ি গোঁফে ভোবোকাৰ হৈ তিনি মাহ জেলৰ ভাত খোৱাৰ পিছত দেৱেশ্বৰ আৰু সৰ্বেশ্বৰ উভতি আহিছে।

দুয়ো ভায়েকে হুমিয়াই আছে। এবাৰ জেলৰ ভাত খাইছেই যেতিয়া জেললৈ আৰু সিহঁতৰ ভয় নাই। সিধু জেঠাৰ মূৰ লৈ সিহঁত আকৌ জেলত সোমাব। ককায়েকৰ কটা যোৱা ভৰিৰ শোধ ল'ব ছিন্ন মূৰেৰে।

ভয়তে সিধু জেঠাইও মাটি দখল কৰিবলৈ সাহস কৰা নাই।

সেই মাটিত আকৌ দেৱেশ্বৰহঁতেই হাল বাইছে।

কমলেশ্বৰে কেৱল ঘৰ-চোতাল কৰিব পাৰে। তাৰ চকু দুটা অনবৰত মৰা মাছৰ ঘোলা চকু যেন হৈ থাকে। তাত প্ৰাণৰ সঁচ নাই।

সি অনুতপ্তও হৈছে। কাৰো চকুৰ ফালে সি চাই থাকিব নোৱাৰে। চকুপানী ওলায়।

দেৱে-সৰ্ব্বেৰ বলিয়া খং দেখি সি সিইতক বুজনিহে দিছে, 'সেইবোৰত নাযাবি। দেখিলিয়েইতো কি হ'ল। আকৌ সৰ্বনাশ মাতি লাভ নাই। মিলামিচাত থাক।'

পিছে ইহঁত দুটা ঠাণ্ডা হোৱা নাই। এটাই কপি দাত শাণ দিছে সিধুৰ মূৰ লবলৈ। সুযোগ পালেই বহুৱাই দিব।

কমলেৰ বাওঁ চকুৰ পতা নাচি থাকে। কিবা বেয়া কথা ভাবিলেই সমুখৰ ফালে জেঠীটোৱে টিক্‌টিকাই দিয়ে। দুশ্চিন্তা বাঢ়ে।

এদিন কোনেও ক'ব নোৱৰাকৈ মুনিচুনি বেলিকা লাঠী ডালৰ সহায়ত খুপি খুপি কমলেশ্বৰ নগুলা পাব হ'ল। বহুদিন আকাশ কি, গাঁৱৰ আবেলিৰ বতাহ কি, বকুলৰ গোন্ধ, উঁৰিক-ডাউকৰ মাত কেনে— সি একো পোৱা নাই। দেখা নাই। শুনা নাই।

অতি সন্তৰ্পণে এখোজ দুখোজকৈ আগবাঢ়ি সি এটা এটাকৈ গাঁৱৰ সজীৱতা, দুবৰিৰ স্পৰ্শ অনুভৱ কৰি মোহাচ্ছন্নৰ দৰে গৈ থাকিল।

ঘৰে ঘৰে চাকি-বন্তি জ্বলি উঠিছে।

কমলেশ্বৰ গৈ সিধু জেঠাৰ ঘৰ সোমাল। নিষ্কম্প, নিকম্বেগ, নিৰ্বিকাৰ হৈ কমলেশ্বৰ লাঠী ঠুকি ঠুকি এটা সময়তে চোতালত বহি থকা সিধু জেঠাৰ সমুখত মূৰ্তিমান ভাস্কৰ্যৰ দৰে উপগত হ'ল।

জেঠা অকলে বহি আছে। ওচৰত কোনো নাই।

হঠাৎ কমলেশ্বৰক চকুৰ আগত দেখি জেঠাই সেইটো কমলেশ্বৰবে ভূত বুলি ভয় খাই চিঞৰি উঠিল— 'তই ! তই ইয়াত কিয় ?'

বহাৰ পৰা উঠি তেওঁ এখোজ পিছুৱাই গ'ল। তেওঁৰ চিঞৰ শুনি পূৰ্ণিমাৰ আকাশৰ জোনাকে ধুওৱা চোতাললৈ লেম্প এটা লৈ হন্তদন্ত হৈ ওলাই আহিল চাকৰ জলতি।

লাঠীডাল হাতৰপৰা পেলাই দি সিধু জেঠাৰ ভৰিত হামখুৰি খাই পৰিল কমলেশ্বৰ। থোকাথুকি মাতেৰে সি ক'লে, 'মই তোমাৰ ক্ষমা খিচাৰি আহিলোঁ,

জেঠা! পূৰ্বজন্মৰ পাপৰ ফলত মই সকলো হেৰুৱাই আজি লেঙেৰা হৈ পৰিলোঁ।'

সি উচুপিবলৈ ধৰিলে। উচুপনি কান্দোনলৈ পৰিবৰ্তিত হ'ল।

এনে অনিৰ্বচনীয়, অপ্ৰত্যাশিত অভিজ্ঞতাত বুকুৰ শিলাময় পৰ্বত ভাঙি সিধু জেঠাৰ দুগালেৰে আনন্দৰ নিজৰা বৈ আহিল। তেওঁ আথে-বেথে কমলেশ্বৰক তুলি ধৰি বুকুত সাৱটি ধৰিলে, 'মোৰো ভুল হৈ গৈছিল অ'। মোৰো ভুল হৈছিল। তয়ো মোক ক্ষমা কৰি দিবি। মোৰ কাৰণেই তোৰ আজি এনে হ'ল—'

এনে এক নয়নাভিৰাম দৃশ্য দেখি পূৰ্ণিমাৰ আকাশৰ তৰাবোৰে চকু টিপিয়াই খিলখিলাই হাঁহি পুষ্পবৃষ্টি কৰিলে, ওচৰত বৈ থকা জলতিৰো আনন্দত চকু পানী ওলাল।

সুদীৰ্ঘ পাঁচটা বছৰ নবহৰিৰ গেৰাৰি খাটি পিতৃ মাৰিলে ঘনকান্তই।

পিতৃঋণ তাৰ শোধ হ'ল। এই ঋণৰ বোজা কান্ধৰ পৰা নমাওঁতে সি একপ্ৰকাৰ ঘূৰ্ণীয়া হ'ল।

তাৰ মাটি দুবিঘা নগ'ল ঠিকেই, কিন্তু মাটিৰ বিনিময়ত তাৰ বগা তেজ পনীয়া হ'ল। গাত বিষ বেমাৰে ঠাই ল'লে। সামান্য শ্ৰম কৰিলেই কোঁপনি উঠে।

ব'হাগ মাহৰ এটা ধুমুহাত ঘৰ বাগৰি বেৰাই হেঁচা মাৰি ধৰাত তাৰ মাকে শেষ উশাহ ল'লে।

তাৰে তিনি সপ্তাহ পিছত তাৰ শেষৰ ভনীয়েক দুজনী বিনা চিকিৎসাই হাইজাৰ বলি হ'ল। সেইবাৰ গোটেই গাঁৱতে মহামাৰীয়ে সংহাৰ মূৰ্তি ধৰি বহুতকে পাৰ কৰি নিলে।

পাগলাদিয়াৰ পাৰত দিনে দিনে দুই এখন চিতা জ্বলিল। কিছুমানে বাৰীৰ চুকতে শ পুতিলে। এমাহ মানৰ ভিতৰতে লাহীদলত এনে এটা অৱস্থা হ'ল যে শ পুৰিবলৈকো মানুহৰ অভাৱ হ'ল। ভয়তে দুৱাৰত দাং দি বেছিভাগে ঘৰতে সোমাই থাকিল।

সব দুখ বুকুত বান্ধি নীলকণ্ঠৰ দৰে বিষ হজম কৰি ঘনকান্ত আওৰাই থাকিল।

শেষ কামোৰটো মাৰিলে নৰহৰিৰ পুত্ৰ অভিমন্যুই। নৰহৰিৰ পামত থকা সুবোগতে তাৰ অনুপস্থিতিত তাৰ সদ্য পুষ্পিতা ভনীয়েক যশোদাক এৰাতি অভিমন্যুই জোৰ কৰি ৰমণ কৰিলে। অবৰ্ণনীয় ৰক্তপাতত ঘটি যশোদা মৰি থাকিল। তেজ বমি কৰিহে যশোদা মৰিল বুলি আচল ঘটনাটো খামচাপা দিলে।

তাক পামত খবৰ দিয়া হ'ল। বিবৰ্ণ মাৰ্কিন কাপোৰ এখনেৰে ঢাকি থোৱা মৰমৰ সদ্য যুৱতী ভনীয়েকৰ নিষ্পাপ মুখখনলৈ চাই সি বিবেক হেৰুৱাই কুঠাৰ এখন তুলি ল'লে। যমুনাই তাক আচল ঘটনাৰ সম্ভেদ দি সি উপস্থিত হোৱা মাত্ৰেই চিএৰত হুৰা-দুৰা লগাই দিছিল। অভিমন্যুৰ মুণ্ড বিচাৰি সি পৰশুৰামৰ দৰে কুঠাৰ জোকাৰি নৰহৰিকহে পালে। কিন্তু কিবা ভাবি সি আত্মসম্বৰণ কৰিলে।

গোটেই গাঁৱত ঘটনাটো জনাজানি হৈ গ'ল যদিও প্ৰবল প্ৰতাপী নৰহৰি বৰ্মনৰ বিৰুদ্ধে যাবলৈ কাৰো সাহস নহ'ল।

সেইদিনাই যমুনাক বুকুত সাৱটি বাৰীৰ চুকত অকলে গাঁত খান্দি যশোদাক শুৱাই দিলে। তাৰ দাসত্বৰো সেইটোৱেই শেষ দিন।

অভিমন্যু বৰ্মনো পঢ়া-শুনাৰ নাম কৰি তেতিয়াৰ পৰাই গুৱাহাটীত।

ঘনকান্তই সমাজৰ ওচৰত বিচাৰ আশা কৰিছিল; কিন্তু সমাজে ওলোটাই তাকহে ৰঙা চকু দেখুৱাই ভনীয়েকক নষ্ট যোৱা ছোৱালীৰ ঘৰত থলে।

এক অক্ষম প্ৰতিবাদত সি মূৰৰ চুলি চিঙি ভাল ভাল কৰিলে।

তাৰ পিছত ঘনকান্তই আৰু কাকো ভয় কৰি চলা নাই। পিছলৈকেও উভতি চোৱা নাই। মাৰ খাই খাই, বঞ্চিত-শোষিত হৈ হৈ তাৰ গাৰ ছাল গঁড়তকৈও কঠিন হৈ পৰিছে। নৰহৰি আৰু আন ৰবমূৰীয়াহঁতৰ ৰঙা চকু দেখি দেখি সি নিজৰ চকুকো ৰঙা কৰি নচুৱাবলৈ শিকিছে।

সি প্ৰবঞ্চিত জন। সি নিঃস্ব। নৰহৰিয়ে তাৰ কামি-হাড়ৰ ৰস পৰ্যন্ত চুঁচি চেলেকি সাং কৰিছে।

আপোন বুলিবলৈ ভনীয়েক যমুনা আছে। মাক কুকুৰৰ দৰে লেই লেই ছেই- ছেই খাই মৰিল। ভনীয়েক দুজনীৰ ভাবত্তত চাউল নাছিল। আজন্মৰ ক্ষুধা আমৃত্যু পেটত কঢ়িয়াই কেঁচু-কৃমতিৰ দৰে দুয়োটা মৰিল। যশোদাক কাল অজগৰে খুঁটিলে। যশোদাৰ নিষ্পাপ শীৰবটোৰ মৃত্যুৰ কোলাত ঢলি পৰা জঘন্য সময়খিনি স্মৃতিৰ পটত হাজিৰ হ'লেই ঘনকান্তই কুঠাৰৰ নালটোত খামুচি ধৰে।

যমুনাও ডাঙৰ হ'ল। তাক তাই কাম-কাজত সহায় কৰিব পাৰে।

বেৰকেইখন পোনাই পঁজৰাই, পাগলাদিয়াৰ পাৰৰ কাহী-ইকৰা কাটি তাৰে চাল দুখন চোৰাই, ঘনকান্তই কোনো মতে ঘৰটো থাকিব পৰা কৰি ল'লে।

মাকৰ শ্ৰাদ্ধ সি কৰা নাছিল। তেৰ দিনৰ দিনা গাঁৱৰ দুই চাৰিজনক মাতি সামান্য হৰি সংকীৰ্তনহে কৰিছিল। বাংকাক চিধাচিধি কৈ দিছিল— সি নিঃসম্বল, গতিকে দহা-কাজ তাৰদ্বাৰা অসম্ভৱ। মাটি বন্ধকত থৈ বা বেচি সি মাকক বৈতৰণী পাৰ নকৰে। জীৱনকালতেই যিজনী মানুহে এতিল পৰিমাণো সুখ-শান্তি নাপালে, স্বৰ্গত গৈ তেওঁ সুখ নাখালেও হ'ব।

বাংকাই ক'লে, 'শনিবাৰে কাল তিথিত অশুভ ক্ষণত গত হৈছে। পুহকৰে পাব। কিবা এফেৰি কৰ।'

ঘনই চেকচেকাই হাঁহি মেদিনী কম্পমান কৰিলে, ক'লে, 'মোৰ আইৰ ভূতে মোৰ একো অনিষ্ট নকৰে, কৰিলে তোমালোকৰ দৰে মানুহৰ কৰিব।'

খঙে বাগে অগ্নিশৰ্মা হৈ নিপাত যোৱাৰ অভিশাপ উচ্চাৰণ কৰি বাংকাৰ প্ৰস্থান।

এই সব বাদ দি ঘনই নিজৰ মাটি ছয় বিঘাতে বুটি নাঙল চোচোৰালে। হাতত ফুটা কড়ি এটাও নাছিল। আপোন কাৰো সা-সহায় নাই। তেনে অৱস্থাত মাকৰ কজ্জা ভঙা মামৰে খোৱা টিনৰ বাকচ খুলি কটা-ছিটা কানি-কাপোৰ তল-ওপৰ কৰি ঘনই তাৰ ইপ্সিত বস্তুৰ সন্ধান পালে। মাকৰ ডিঙিৰ গলপতা এধাৰি আৰু এযোৰ হাতৰ বালা ছিৰা কাপোৰৰ টোপোলা এটাত বান্ধি থোৱা আছে।

তাকে ইহকাল-পৰকালৰ প্ৰতিষ্ঠাৰ সম্বল হিচাপে লৈ সি জনীয়েকক লগত লৈ টাউন পালে। গাঁৱৰ মহাজনক আধা দামত দিয়াতকৈ সি কেএৰাৰ ওচৰত গলপতা- ডাল বিক্ৰি কৰি পোৱা ধনেৰে একে দিনাই ধমধমাৰ হাটৰপৰা সাত মুঠিৰ গৰু এহাল কিনিলে, জনীয়েকক উদৰ পূৰাই চাহ-ভাত খুৱালে। নগৰতে ফালো এটা ল'লে। ঘৰলৈ আহি কঁঠাল এডাল কাটি ৰ'দত শুকুৱাই গাঁৱৰে অকণ মিস্ত্ৰীৰ দ্বাৰা নাঙল এখন চাঁচি লৈ কালটো পৰ্যন্ত লগাই ল'লে। পিছদিনাৰপৰাই সি নিজৰ মাটিত নাঙলৰ জয়যাত্ৰা আৰম্ভ কৰিলে।



মোৰ প্ৰিয় পঢ়ুৱৈ !

জয়কান্ত সম্পৰ্কিত ইয়াৰ পিছৰছোৱা কাহিনী ভঙা-পতা, উত্থান-পতন, ছেদ-বিচ্ছেদৰ সমাহাৰ। আৰু এই গাঁৱৰ আন দহজন মাটিহীন সংগ্ৰামী মানুহৰ দৰেই তাৰ পিছত চলি গৈছে জয়কান্তৰ জীৱন।

সেইবোৰ বহলকৈ তুলি ধৰি মই আপোনালোকক কেৱল হতাশা-ব্যৰ্থতা-বঞ্চনা-প্ৰতাৰণাৰ আমনিদায়ক কাহিনীৰ মাজত ডুবাই ৰাখিব নোখোজোঁ।

তথাপি পৰৱৰ্তী সুদীৰ্ঘ কালছোৱাৰ থূলমূল স্মৰণযোগ্য ঘটনা এনেকুৱাঃ

অখণ্ড পৰিশ্ৰমৰ জৰিয়তে, বহু কপালৰ ঘাম সৰুৱাই, জয়কান্তই দুৱৰি বন গজাই থৈ যোৱা ভেটিত ঘনকান্তই আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰাম অক্লান্তভাৱে চলাই গৈছিল।

এসময়ত এই সংগ্ৰামে কিছু সাৰ্থকতাও লাভ কৰিছিল। সময়ে সিঁচি দিয়া পৰৱৰ্তনৰ বীজবোৰে গজালি মেলি মহীৰুহ হ'বলৈ উধোৱাৰ লগে লগে তাৰ স'তে খোজ মিলাই ঘনকান্তও আগবাঢ়িছিল ।

পৰশুৰাম হোৱা তাৰ আৰু নহ'ল। সময় অতিক্ৰান্ত হোৱাত সি সেই ক্ৰোধ সামৰিলে।

তাৰ ভনীয়েক যমুনাৰো বিয়া হৈ গ'ল। সি নিজেও বিয়া কৰালে। জন্ম হ'ল বৈকুণ্ঠ, কুমো, আনন্দ আৰু জবাৰ।

কৰ্মত অগ্ৰণী হাত দুখনেৰে সি গুচি ঘনকান্ত তেওঁ হ'ল। চোতালৰ চাৰিফালে চাৰিটা কেঁচা ভেঁটিৰ ঘৰো বান্ধিলে, দুবিঘা মাটিও কিনিলে।

নৰহৰি বৰ্মনৰ লগত প্ৰতিবোধৰ দেৱাল সেই আগৰ দৰেই থাকিল।

এদিন কেন্সাৰত ভুগি নৰহৰিয়ে চকু মুদিলে। তেওঁৰ পুতেক অভিমন্যু কংগ্ৰেছী হ'ল। দেশলৈ স্বৰাজ আনিবলৈ যাওঁতে জেলো খাটিলে।

সিধু জেঠা, বাংকো দেউ, ঘেঁটু-ঘেনাহঁতৰো বয়স পৰি আহিল। ঘেনা মহাজনে ব্যৱসায় বহলাইছে। তেওঁৰ এটা ধানৰ মিলো হৈছে। দেউৰ যজমান বাঢ়িছে, কিন্তু টকাটোৰ ঠাইত দক্ষিণা চাৰি অনাহে হৈছে।

সিধু জেঠাই আগৰ চকাতে তেল দি আছে। অৱস্থা বুজি বিপদত পৰা দেখিলে তেওঁ এতিয়াও টকা এৰে; পিছে সুতৰ হাৰ বেয়াকৈ কমিল। বেছি লাভ তেওঁৰ নহয়। তথাপি মানুহক বিপদত সহায় কৰাৰ নাম লৈ তেওঁ দুহাতে চুঁচে— এই তিনি কাল যোৱাৰ পৰতো।

আধি-ঠিকা খোৱা মানুহৰ মনবো পৰিবৰ্তন ঘটিছে। এতিয়া আৰু কোনেও মালিকক আগৰ দৰে তোয়াজ কৰি চলিবলৈ নিবিচাৰে। ধান অৱশ্যে দিয়ে, কিন্তু মালিকৰ জোৰ-জুলুম দাবী মানি নিদিয়ে। বৰং নিজ ইচ্ছা মতেই দিয়ে। আহুৰ

সময়ত দিব লগা ধান সময়ত দিব নোৱাৰি শালিত দিলেও সিধু জেঠাইতে খুব বেছি  ঢোৰা সাপৰ দৰে কোঁচকোঁচায়, শালিৰ বতৰত পোৱাব অপেক্ষা কৰে।

বয়-বস্তুৰ দামো বাঢ়ি গৈছে।

ইতিমধ্যে ভাৰতবৰ্ষৰ ছয়ত্ৰিছ কোটি মানুহৰ হাতৰ মুঠিলৈ ইমান দিনৰ আকাংক্ষিতা স্বাধীনত আহিছে।

পাগলাদিয়াই মাজতে দুবছৰমান সৌত সলাইছিল।

দুয়োৰাৰে দুপাৰৰ বিস্তীৰ্ণ গাওঁ জলমগ্ন। মানুহৰ সেয়া যে কি অবৰ্ণনীয় কষ্ট! ক্ষুধাৰ যে কি সৰ্বগ্ৰাসী ৰূপ! নেদেখাই উপলব্ধি কৰিব নোৱাৰিব।

তাৰ পিছত পাগলাদিয়া পুৰণি বাটলৈ ঘূৰি অহা সময়ত চমকাৰে মথাউৰি বান্ধিছে। যিটো উদ্দেশ্য আগত ৰাখি সৰ্বসাধাৰণৰ কল্যাণৰ হকে এই বৃহৎ কাম সমাধা কৰা হৈছিল, সি কুটুকাৰ কেলহে হ'ল। অবশ্যে এই ছেগতে যেনা মহাজন আৰু লোহিতে ঠিকাদাৰি কৰি আন তাওৰ ঠিকাদাৰৰ লগতে দুটা পইছা সৰকালে। যেনা মহাজনৰ জৰৰজং নবীয়ে শপাৰ বন্ধা ব'ন্ডাই সুৰুনখাটাৰপৰা কঢ়িয়াইছিল। মথাউৰিৰ তলৰ ভৰটো বাতি বাতি বামকল কাটি পূৰোৱা হ'ল। তাৰ ওপৰত বালি। বালিৰ ওপৰত আনৰ চকুত ধূলি মাৰিবলৈ, চলিহা লগাবলৈ ব'ন্ডাই।

আঁচনি অনুসাৰে, সময় মতে বাবা ব্ৰহ্মপুত্ৰৰ বল পাই বছৰে পাক নুঘূৰোতেই পাগলাদিয়াই তাক সঁজাত বন্দী কৰি বধাৰ প্ৰতিশোধ ল'লে। একে বাতিতে জুলুকীৰ কাঠৰ দলং গৰ্ভত খিতাপি দি পাগল নদীয়ে তিনি ঠাইত মথাউৰি তিনি টুকুৰা কৰিলে।

ভাদ মাহৰ মাজ।

মানুহে পথাৰত ভৰ বোৱণ কৰিছে। সঁজাল ধৰা, সঁজাল নধৰা আহি লগ্নীক পাগলাদিয়াৰ পলস পৰা পানীয়ে নাকনি-কানমনি কৰি চৈধ্য দিন উশাহ ল'বলৈকে নিদিলে। হাইঠা মাটিত পৰিল, পাখি ভাঙিল।

কঁহুৱা ফুলিবলৈ লৈছিলহে। আকাশখনে বগা মেঘ নচুৱাইছিলহে। দুৰ্গা পূজাৰ ঢাকৰ শব্দ শুনাৰ আগতে বোৰণ সামৰাৰ প্ৰস্তুতিৰে মানুহে এন্নগ্ৰেহু বে'লৰ গতিত বোকাত কঠিয়া পুতিছিল। গাত তৎ নাই।

বেগতিক দেখি ব'বে কঠিয়া ত'তে সামৰি মানুহ চাঙত উঠিল। চাঙৰ খুটাত পানীৰ সোঁতে কোঁ কোঁ কৰা দেখি চাঙৰ ওপৰত বাকচ পাতি লেপেটা কাঢ়িলে। তাতে হগা, তাতেই মূতা। পেটে চিঞৰিছে। লঘোনীয়া পেটত ঘোলা পানীৰ বিবিধ পঞ্চামৃত মিহলি হোৱা চৰবৎ।

যাৰ কাঁহী-ফুলা চৰ্দি লাগিছিল, তাৰ সন্নিপাত হ'ল। ভেদ বমি কৰি মৰা শিশুক চকুৰ পানী মচি মচি জগন্নাথে পানীত উটুৱাই দিলে। বিনন্দিৰ পৰিবাৰৰ সদ্যজাত ফুলৰ নিচিনা কোমল স্বৰ্গীয় শিশুটিয়ে দুবাৰ চেপ্পলুটি খাই চকু মুদিলে। বিনন্দি আৰু ঘৈণীয়েকৰ হায়ৈ-বিয়ৈত বনৰ চৰাই ভয় খাই পলাল।

নৈ-পৰীয়া গাওঁখনত সন্ত্রাসে ডাকিনী-যোগিনী মাতি আনিলে।

মানুহবোৰে ঠাউনি পোৱা অবস্থাত জঁকা উলিয়াই ইঘৰ-সিঘৰ কৰিলে।

ভাগ্যক খিয়ালে। পাগলাদিয়াক নৰ মনিচে ভেঁটিবলৈ যায়! হাতে হাতে মজা পালে। পাগলা বাবাৰ শকতিৰ ওচৰত নৰ মনিচ কোন কুটা!

গেনা মহাজন, লোহিতহঁতে জয়ৰ হাঁহিটো মাৰি বৰ বৰ ঠিকাদাৰৰ এলেকৰ পেলেক হৈ লেংটিত বল দিবলৈ চককাৰী ঘৰলৈ দৌৰাদৌৰি আৰম্ভ কৰিলে ঠিকাৰ আশাত।

ফাগুনত মথাউৰি মেৰামতিৰ দ্বিতীয়টো ঠিকা পালে।

এইবাৰ কিন্তু স্কুল আৰু টাউনৰ কলেজ গচকা ডেকা ল'ৰাই লোহিতৰ পাঞ্জাবীৰ কলাৰ চেপি ধৰিলে। অহাবাৰ মথাউৰি বাগৰিলে মূৰ নাথাকে। মিটিং পাতি বাকী ঠিকাদাৰকো সতর্ক কৰি দিলে।

সিধু জেঠাই দেখিল— তেওঁবেই পুতেকৰ ডিঙিত হাত দিছে যেতিয়া, দিন-কাল সলনি হ'ল। কলাৰত ধৰিছিল হৰিচৰণৰ পুতেক সুৰথে। সেই দিনাৰপৰা সুৰথৰ ওপৰত জেঠাৰ চকু পৰিল। বাহু আঁতৰাৰ লাগিব।

একেটা পানীতে কমলেশ্বৰে দেহু বখা খবৰটো পাই সিধু জেঠাই মনে মনে এটোপাল চকুপানী টুকিলে। কিন্তু ভায়েক দুজনে মাটি তিনি পুৰা চমজি নিদিয়া কাৰণে বিবক্তিত তেওঁ কমলেশ্বৰৰ ঘৰ গচকি খবৰ এটা নল'লে।

শাৰীৰিক শক্তিৰ যাদৃচ্ছিক অপচয় ঘটোৱা কাৰণে, পেটৰ জোখাৰে খাবলৈ নোপোৱা কাৰণে তাদৰ এই পানীৰ সময়তে ঘনকান্তৰ কঁকাল আধ-বয়সীয়াতে পৰিল। তেওঁ বিচনা ল'লে। আৰু এদিন তেওঁ সখেদে আৱিষ্কাৰ কৰিলে— তেওঁৰ গাৰ কেইবা অংশতো ৰঙা ৰঙা চকতীয়াটোৰ সমান দাগ বহিছে।

লাহে লাহে সকলোৱে জানিলে— ঘনকান্তৰ কুষ্ঠ হৈছে। প'ৰাচিত কৰি শুদ্ধ কৰি নল'লে সমাজে বৈকুণ্ঠইঁতক লগত লৈ খাব নোৱাৰে।

বৈকুণ্ঠৰ মাক চুকাল। শৰাধ-মৎসম্পৰ্শত মাটি বেচা গ'ল। আনন্দই দেউতাকৰ চিকিৎসা কৰিবলৈও সামান্য মাটি বেচিলে।

বৈকুণ্ঠই সমস্ত শক্তি খৰচ কৰি ব্ৰহ্মপুৰাৰে পৰা বেলি ভাটী দিয়ালৈকে ছয় বিঘা মাটি চহাই মৈয়াইও অন্ন-বস্ত্ৰৰ সংস্থান কৰিব নোৱাৰিলে।

তাদৰ ডিঙা তল যোৱাৰ পিছৰটো তাদত পাগলাদিয়াৰ সুমতি হ'ল ঠিকেই, পিছে আহু খেতি খৰে চুঁচিলে, মানুহে পানীৰ অভাৱত শালি কৰ নোৱাৰিলে।

পেটৰ জুইৰ দাহ সহিব নোৱৰাত মানুহে ভাত এৰি কচু-ওল-কোমোৰাত ধৰিলে। সেইবোৰো শেষ হ'লত খায় কি ?

বাৰীৰ যিবোৰ বস্তু তলত সৰি পঁচি গৈছিল, মানুহে সেইবোৰকে গোটাই-পিটাই বজাৰত মেলিলে। ওচৰৰ দুয়োখন টাউনতে সাপ্তাহিক বাৰৰ সলনি দৈনিক বজাৰ বহিল। মানুহে থপিয়াথপি কৰি কিনিলে। বচ্, মানুহক আৰু পায় কোনে ? বাৰী খাস্তাং লঠঙা হৈ পৰিল।

তাৰ পিছত ? বাৰী বেচাৰ পিছত আৰু বেচে কি ? এইবাৰ আহিল চৌ, চৰিয়া, কাঁহী-বাটি। শেষ ৰক্ষাৰ কাৰণে কেএাৰ হাতত তুলি দি আহিল বোৱাৰী-জীয়ৰীৰ গা শুৱনি কৰা আ-অলংকাৰ। সুযোগ বুজি পানীৰ দামত কেএা মাৰোৱাৰীয়ে কিনি ল'লে।

চাউলৰ কিলো আঠ অনাৰপৰা বাৰ অনালৈ উঠিল, বাৰ অনাৰপৰা এটকা, তাৰ পিছত ডেৰ, দুই .... আঢ়ৈ।

দাইলৰ কিল' দুটকাৰ পৰা একে জাপে চাৰি টকা।

মিঠাতেল লিটাৰত সাত-আঠ টকালৈ উধাল। কেৰাচিন তেল মাজে সময়ে বোহ্-ঘৰত পৰিল।

দেশে স্বাধীনতাৰ খাতাত বছৰবোৰ তুলি যাবলৈ ধৰিলে। বস্তুৰ দামো স্বাধীন হ'ল। ভোট বিচৰাৰ সময়ত ৰাজনৈতিক নেতা কচাইবোৰে তেওঁ আৰু তেওঁৰ দলক জিকালে ভৱিষ্যতে মূল্যবৃদ্ধি কাটি কাটি এ-আঙুলত ৰাখিব বুলি লম্বা লম্বা প্ৰতিশ্ৰুতি দিলে।

যিজন জিকিল, আৰু পাঁচ বছৰ নোযোৱালৈকে লাহীদলে তেওঁৰ লেংটি দেখা নাপায়। তেওঁ তেতিয়া ৰাজধানীত ক্ষমতাৰ যুঁজ-বাগৰ দি থাকে।

অভিমন্যু বৰ্মনৰো লেংটি মানুহে নেদেখা হ'ল। এম. এল. এ হোৱাৰ পিছত তেওঁ গুৱাহাটীৰ ঘৰত তৃণাক ৰাখি নিজে শ্বিলঙৰ টিংখোপত উঠি আকাশী দৃষ্টিৰে লাহীদলৰ সুখ-দুখ চাই থাকিল।

খুৰী -শাহুৰেক একবাৰী তৃণাৰ লগত থাকে। দুমহলীয়া ঘৰ এটাৰ ওপৰ মহলাটো খালী পৰি থাকে। তলৰ তলাবো তিনিটামান কোঠাত অব্যৱহাৰৰ ফলত মকৰাই জাল বান্ধিছে।

দুমহলীয়া বাদ দিও চৌহদত একচলীয়া টিনৰ ঘৰ এটা আছে। তাৰে এটা ফালত গাড়ীৰ গেৰেজ, আনটো কোঠাত ড্ৰাইভাৰটো থাকে। সি কেতিয়াবাহে থাকে। তাৰ বিচনাখন মাহটোৰ পঁচিছ দিনেই খালী পৰি থাকে। ফলত কোঠাটোত অনাৱশ্যকীয় লোহা-লক্কৰ, বড-বল্টু, ভঙা পালেঙৰ খুৰা, নাল ভগা চকী আৰু বিবিধ অদৰকাৰী বস্তুৰ সমাৰোপণ ঘটিছে। ওপৰন্তু হিচাপে মকৰাজাল, পইতাচোৰাৰ বাহ, চুক-ভেকুলীবোৰৰ সমাবেশেৰে কোঠাটো বসবাসৰ অযোগ্য স্থান হিচাপে চিহ্নিত হৈছে। সেই কাৰণেই ড্ৰাইভাৰটোৱে থাকিব নিবিচাৰে। চহৰত তাৰ ঘৰো আছে।

সেই যে স্কুলীয়া কালতে লাহীদল এৰিলে, তাৰ পিছত তৃণা পিতৃ-ভূমিলৈ অহা নাই, দেউতাকেও অনা নাই। তথাপি তাইৰ স্মৃতিৰ পটত ভাঁহি থাকে পাগলাদিয়াৰ ঘোলা পানীৰ সোঁত, পানী তোলা ঘাটত পুৱা-দুপৰ-বিয়লি জাকেজা জীয়ৰী-বোৱাৰী ল'ৰা-ছোৱালীৰ গৰা খহোৱা হাঁহি-খিকিন্দালি, পানী ছটিওৱা খেমালি-স্ফুৰিত আনন্দধ্বনি, ভৰ শ্ৰৱতৰ কঁহুৱাৰ নাচোন, জাক পাতি সন্ধিয়াৰ আকাশেৰে উৰি যোৱা বগলীৰ নিছিগা লানি, ইকৰা-খাগৰিৰ মাজেৰে সৰকি যোৱা কোনোমতে এটা মানুহ যাব পৰা লুংলুঙীয়া গোপ্তাৰ দুকাষে ফুল, বনফুলৰ ওপৰত পাখি কোবাই ইটো ফুলে সিটো ফুলে ঘূৰি ফুৰা পখিলাৰ ডেও, বন-ভঁৰিকৰ মীঘলীয়া সুঁহুৰি, বকুলৰ মন কিবা কৰা চিনাকি সৌৰভ, সৰিয়হৰ হালধীয়া, হাইঠা পখিলা বণ্ডৰ দৰে সেউজী শস্যৰ মূৰ দুপিয়নি, বানপানীৰ সময়ত সোঁতে উটাই অনা মেটেকাৰ দ'মত শৰালিৰ কণী বিচাৰি কলৰ ভূঁৰত উঠা সেই অনিৰ্বচনীয় আনন্দ, গাঁৱৰ মানুহৰ সুখ-দুখৰ হাঁহিৰে আৰ্দ্ৰ সেমেকা মুখৰ সৰলতা .......

গাঁৱৰ তুলনাত তৃণাই গুৱাহাটী চহৰত বন্দীদশা অনুভৱ কৰিছে। ইয়াত সীমিত আকাশ, মনৰ অৱকাশো সংক্ষিপ্ত। ৰাস্তা-ঘাট বেছি, ঘৰ-দুৱাৰ পকী, সুউচ্চ, আমোদ-প্ৰমোদৰ উপকৰণ ঢেৰ, বজাৰ সমাৰ আধুনিক সম্ভাৰেৰে পৰিপূৰ্ণ, জীৱনটো উপভোগ কৰিবলৈ হাতত টকা-পইছাৰ অভাৱ নাই, নিজৰ ঘৰ-দুৱাৰো আধুনিক জীৱনৰ উপযোগীকৈ সুসজ্জিত; তথাপি তৃণাৰ বসনা তপ্ত হৈ নুঠে, হৃদয়ৰ ভিতৰখন দিনকে দিনে উকা, নিষ্প্ৰাণ হৈ আহিছে, মনৰ কোমল সজীৱতা দহনত ভেই পুৰি ধূ-ধূ চাহাৰাৰ দৰে শুকান-কৰ্কশ-অবাঞ্ছিত হৈ পৰিছে।

ইও এটা জীৱন হ'লনে? তৃণাই ভাবে।

অসতৰ্ক অলস মুহূৰ্তবোৰত হাতত ফণীখন লৈ আয়নাৰ সমুখত কঁকাললৈকে বৈ পৰা ঘন ক'লা চুলিখিনি আঁচুৰিবলৈ গৈ আত্মবিস্মৃত তৃণা খিৰিকীৰ বডত ভেঁজা দি সমুখৰ একপ্ৰস্থ আকাশলৈ চাই কিবা এক অকথিত অবুজ শূন্যতাত হেৰাই যায়।

বৰ নীৰব এই জীৱন-নদী। ঢৌ নাই, খহনীয়া নাই, উত্তেজনা নাই।

কেতিয়াবা দেউতাক খিলঙৰ পৰা আহে। এদিন দুদিন থাকি গুচি যায়। থকা দিনকেইটাতো ঘৰত বিশ্ৰামহে লয় তৃণাৰ মনোজগতৰ খা-খবৰ লোৱাৰ প্ৰয়োজন তেওঁ অনুভৱ নকৰে। ঘূৰি যোৱাৰ সময়ত কেৱল তাইৰ হাতত নোটৰ একোটা বাণ্ডিল গুজি দি গুচি যায়। গুৱাহাটীলৈ আহিলে কিবা দৰ্কাৰী কাম-কাজ লৈহে আহে।

তৃণাৰ লগত মন খুলি দুটা কথা পতাৰ তেওঁৰ সময় নাই। তৃণাকে যদি পাহৰিব পাৰে, লাহীদলক পাহৰি যোৱাটো কি বৰ আচৰিত কথা!

তৃণাই এদিন দেউতাকক লাহীদলৰ কথা মনত পেলাই দিছিল।

দেউতাকে ঈষৎ বিৰক্ত হৈ ক'লে, 'যাব লাগিলে যাম। চাকৰ-বাকৰ আছেই। সিহঁতে চাব।'

তৃণাই ক'ব বিচাৰিছিল— তাই সিহঁতৰ ঘৰখন কেনে আছে কেৱল তাকে চাবলৈকেহে দেউতাকক লাহীদললৈ যাবলৈ কোৱা নাই, দেউতাক এবাৰ লাহীদলৰ মানুহৰ ওচৰলৈ যোৱা উচিত। সেই মানুহবোৰৰ কাৰণেই দেউতাক এম. এল. এ. হৈছে, তেওঁৰ হাতলৈ অপ্ৰত্যাশিতভাৱে ক্ষমতা আৰু প্ৰাচুৰ্য আহিছে। ঘৰ-দুৱাৰ, গাড়ী হৈছে।

তাইৰ কথা শুনি মুখলৈ ভাত এগৰাহ নি দেউতাকে কৈছিল, 'গাঁৱৰ কথা তই চিন্তা কৰিব নালাগে, তই কেৱল ভালকৈ পঢ়া-শুনা কৰ।'

তৃণাৰ মুখাকাশৰ ক'লা ডাৱৰছটালৈ লক্ষ্য নকৰি দেউতাক খোৱা শেষ কৰি উঠি গ'ল।

সেই দিনাৰপৰা তেওঁ তৃণাৰ লগত একেলগে ভাতো নোখোৱা হ'ল। তৃণাৰ খোৱা হোৱাৰ পিছতহে তেওঁ খাবলৈ বহে।

তৃণাই মাজে মাজে নিজকে এটা নিশ্চিহ্ন অস্তিত্ব বুলি অনুভৱ কৰে। মাকলৈ মনত পৰে। মাক বাঁচি থাকিলে তাইৰ বহুখিনি অভাৱ নিশ্চয় পূৰ্ণ হ'লহেঁতেন, অন্ততঃ হৃদয়খন নিবিড় নিঃস্বতাৰ কোলাহলে খুলি খুলি খাব নোৱাৰিলেহেঁতেন।

চকুপানী সামৰি তৃণাই নিজকে সীমাবদ্ধ কৰে। এয়ে তাইৰ প্ৰাপ্তি, তাইৰ জীৱন। হাঁহাকাৰ কৰি দুখৰ পৰিধি বঢ়াই আৰু বেছি তাই কি পাব?

চহৰৰ স্কুলৰপৰা প্ৰবেশিকাত প্ৰথম বিভাগ পাইছিল তৃণাই। পি. ইউ. পৰীক্ষাতো প্ৰথম বিভাগ। তাৰ পিছত তাই ডাক্তৰী পঢ়িছে।

লাহীদলত থাকোঁতে তৃণাই নিজ অন্তৰ্দৃষ্টিৰে জীৱনটো চাব পৰা নাছিল। আনৰ ইচ্ছা-অনিচ্ছাৰে তাই নিয়ন্ত্ৰিত হৈছিল। অভাৱবোধ তেতিয়াও নাছিল। বৰং

অন্যান্য বহু ধনী ঘৰতকৈ তাইৰ চাৰিওফালে আছিল অধিক প্ৰাচুৰ্যৰ হাতবাউল। মাকৰ অনুপস্থিতিৰ দুখ পূৰ্ণ কৰিছিল লাহীদলৰ মুক্ত প্ৰকৃতিয়ে। লাহ-বিলাহ, সাজ-পাৰৰ জাকজমকৰ মাজত হেঁচা খাই তাইৰ স্বাধীন মনটো মুছুৰ্ছা পৰি গৈছিল।

ইয়াত তৃণাই নিজকে বুজি পাইছে। প্ৰাচুৰ্যই তাইক কাঁইটৰ দৰে বিন্ধে, জাকজমকক শূন্যতা বুলিহে তাইৰ ধাৰণা হয়। নিতান্ত যিখিনি নহ'লে নহয়, তাকে গ্ৰহণ কৰি তৃণাই চলি যাব বিচাৰিছে।

দেউতাকৰ লাহীদলৰ মানুহৰ ওচৰত যি অকমনীয় কৃতঘ্নতা জমা হৈ আছে, প্ৰতি মুহূৰ্ততে তৃণাক সেই ভাবনাই অপৰাধী কৰি তোলে। এই দুখ তাইৰ পোৱা কথা নহয়। এই দুখ তাই পাব নালাগিছিল।

সব বহিঃ আৱৰণ দলিয়াই দি তাই যদি লাহীদলৈ ঘূৰি যাব পাৰিলেহেঁতেন! লাহীদলৰ হতভাগ্য, প্ৰবঞ্চিতসকলৰ ওচৰলৈ। তাইৰ হঠাৎ এনে ভাব হয়।

দেউতাকৰ ওপৰত ব্যক্তিগত বিদ্বেষৰ কাৰণে তৃণাই এনেকৈ ভৰা নাই। তাই দিনে দিনে উৰ্বলি যোৱা পতনোন্মুখ মানুহবোৰৰ মুখৰ ভাষা বুজি পাবলৈ চেষ্টা কৰিছে। ডাক্তৰী বিদ্যাৰ কিতাপকেইখনে তাইক বিন্দুমাত্ৰাও আকৃষ্ট কৰা নাই। সেইটো এটা গতানুগতিক জীৱনৰ অনুষংগহে। মানুহৰ হতাশা, দুখ-দৈন্য, অন্ধকাৰ ভৱিষ্যত বুজি পাবলৈ কিতাপৰ পাত লুটিয়ালেও হয়। তাৰ বাবে অনুভৱ লাগে।

তৃণাই সাধাৰণ মানুহৰ দুখ এতিয়া বুজি পায়। কি কৰা উচিত সেই সম্পৰ্কে তাইৰ কিন্তু স্পষ্ট ধাৰণা নাই। তাইৰ হাত-ভৰি বন্দী, ওলাই যোৱাৰ কোনো পথ নাই।

বাস্তাই ঘাটে ওলালে, কলেজলৈ গ'লে তাই চাৰিওফালে চকু ফুৰাই চায়— লাহীদলৰ চিনাকি মুখ দেখা পায় নেকি। প্ৰতিদিনেই তাই হতাশ হয়। লাহীদলৰ গৰীব মানুহ গুৱাহাটীলৈ কি উদ্ধাৰ কৰিবলৈ আহিব? খুব বেছি লোৱাৰকোৰ্ট হাই-কোৰ্টত মামলা-মোকৰ্দমা কৰিবলৈ আহিব পাৰে।

সেইটোত সোমাই থকা পলুৰ দৰে চিনাকি বৃত্তটোৰ পৰিধিত বন্দী হৈ তৃণাই নিজে নিজক চাবুক মাৰে।

প্ৰতিবাদৰ ভাষাবে বুকু তল-ওপৰ হৈ থাকে। অপ্ৰকাশৰ জ্বালাই তৃণাৰ ডোকৰ ভাত আৰু চকুৰ টোপনি বাৰে বাৰে ব্যাহত কৰে।

ঘৰখনৰ নাজল-নাথল অৱস্থা দেখি আনন্দই পঢ়া-শুনা কৰাৰ আকাংক্ষা প্ৰায় ত্যাগ কৰিছিল। ইমান ডাঙৰ পৰিয়াল এটাৰ ভৰণ-পোষণৰ চিন্তাই ককায়েকক হাড়সৰ্বস্ব কৰা দেখি পাঠ্যপুথিলৈ তাৰ এটা অনীহাৰ ভাবেই হৈছিল। বৌৱেকৰ মৰা মাছৰ দৰে ছাই বৰণীয়া মুখ, দেউতাকৰ অম্লপিত্ত আৰু নানান উপসৰ্গই পঙ্গু কৰা শৰীৰ, দিনৰ সাঁজ খালে ৰাতিৰ সাঁজলৈ কৰা কৰ্-বক চিন্তা নিত্য-নৈমিত্তিক দৃশ্য হোৱাত কিতাপ আগত মেলি লবলৈ তাৰ মনটোৱে দ্বিধাবোধ কৰিছিল।

এখন হালবে মাটি নাই। মানুহে মাটি খাবলৈ মাটি দিবই নোখোজে। দিলেও বাকৰিহে দিয়ে। বাকৰিত ধানতকৈ পতানেই সৰহকৈ হয়। ছয় বিঘা নিজ মাটিৰ বেছিভাগ বিক্ৰি হৈ গ'ল। সিধু, ঘেঁটু, ঘেনাইঁতে খুব বেছিকৈ দিলে দুটা চহৰ বাবেহে মাটি আধি দিয়ে। তেওঁলোকৰো ভয় হৈছে। দীৰ্ঘ দিন মাটি খাবলৈ দিলে আধিয়াৰে ছয় নম্বৰ ঘৰত মাটি লিখাই লোৱাৰ ভয়। তেতিয়া মালিকে চাৰি ভাগৰ এভাগ ধানহে পাব। ইতিমধ্যে আধিয়াৰে হকে-বিহকে মাটিৰ মালিকক নাজেহাল কৰিবলৈ লৈছেই।

বৈকুণ্ঠক আনন্দই খেতিৰ কামত পাৰ্যমানে সহায় কৰে। কিন্তু শুকান বালি কিমান তিয়াব? ঘৰৰ খা-খৰচ দিনে দিনে উৰ্দ্ধবাহু হৈছে। আজি ইটো নাই, কালি সিটো নাই। কুমো আৰু মথুৰক পুহিবলগীয়া হোৱাত বৈকুণ্ঠৰ কান্ধৰ ওপৰত বেছি গধুৰ বোজা পৰিছে।

মাটি সৰহীয়াকৈ পালে পঢ়া-শুনা বাদ দি আনন্দই খেতিকে কৰিলেহেঁতেন।

গাঁৱৰ প্ৰত্যেকটো পৰিয়ালেই একো একোটা স্বতন্ত্ৰ সত্তাত পৰিণত হৈছে। নিজে নিজৰ স্বাৰ্থ ৰক্ষা কৰি চলে। কাৰো মুখলৈ চোৱাৰ সময় নাই। কোনোবা বিপদত পৰিলেও নেদেখাৰ ভাও জুৰি আঁতৰি থাকে। নিজৰ ঘৰৰ চালৰ ফুটা বাতিৰ নে সাধুকথাৰ গাধৰ দৰে পৰোপকাৰ কৰিবলৈ যাব? কোনে জানি বুজি ঘাটলৈ আহি তৰী ডুবাব?

এনেকুৱা সংগীন অৱস্থাৰ মাজেদিও বৈকুণ্ঠৰ প্ৰেৰণা পাই, পাহিৰ আশাভৰা মুখলৈ চাই আনন্দই 'ধৰোঁ মাছ নুচুওঁ পানী' ধৰণেৰে স্কুললৈ আহ-যাহ কৰি থাকিল।

সুৰথে আনন্দক বাস্তৱবাদী হ'বলৈ অনুপ্ৰেৰণা যোগাই থাকিল। ভৰা নদীত হাবুডুবু খাই পাৰ পাৰ খোজা মানুহে কুটা এডাল উটি যোৱা দেখা পালে তাকেই খামুচি ধৰি সংগ্ৰামী সাঁতোৰ দিব লাগিব। ঠিক এনেকৈয়ে অসুখ-অসুবিধাৰ মাজত পৰি দুটা বছৰ লোকচান কৰিও আনন্দই স্কুলৰ শেষ পৰীক্ষাত বহিল। ভাল-দৰিদ্ৰৰ ঘৰৰ ল'ৰাই এসাঁজ খাই এসাঁজ নাখাই প্ৰতি বছৰে শ্ৰেণীৰ পৰীক্ষাত প্ৰথম হৈ অহা দেখি স্কুলৰ দুই-চাৰিজন উদ্যোগী শিক্ষকে তাক কিতাপ-কাগজ দি সহায় কৰাৰ লগতে ফাইনেল পৰীক্ষাৰ ফৰ্ম পূৰণৰ টকা কেইটাও তুলি দিলে। হৰি মাষ্টৰে বিনা পইচাই এমাহ তাক অংক-ইংৰাজী শিকাই দিলে টেষ্ট যোৱাৰ পিছত।

উলুপীয়ে তাক তাইৰ দুৰ্ভগীয়া কৈশোৰৰ অযত্ন-পালিত মুখৰ হাঁহিৰে সোঁৱৰাই থাকিল, 'তুমি জয়ী হ'বা।'

'সঁচাকৈ কৈছ?' আনন্দই অবিশ্বাসৰ চাৱনিৰে তাইৰ চকুত 'প্ৰশ্নবোধক সন্দেহ' সিঁচি সুধিছিল আৰু ভিতৰি পুলকিত হৈছিল।

'এৰা, সঁচাকৈ কৈছোঁ, তুমি জয়ী হ'বই লাগিব। মোৰ প্ৰাৰ্থনাত এই কথাকে সদায় আওৰাও।'

হৰি মাষ্টৰেই শেষত আৰু চাৰিজন ল'ৰাৰ লগত পৰীক্ষাৰ কেইদিন থাকিব পৰাকৈ আনন্দক এটা মেছ ঠিক কৰি দিছিল। ত্ৰিছ মাইল দূৰৰ ডাঙৰ চহৰত পৰীক্ষা দিবলৈ সেইবাৰেই আনন্দই প্ৰথম ভৰি দিছিল।

পৰীক্ষা দিবলৈ যোৱাৰ আগদিনা সিহঁতৰ ঘৰলৈ আহি উলুপীয়ে তাক ৰঙা গোলাপৰ কলি এটি দি শুভেচ্ছা জনাই কৈছিল, 'কালিলৈ মোক দেখা কৰি নাযাবা। তুমি বহুদিন নাথাকিবা। মোৰ খুব বেয়া লাগিব। তাতকৈ আজিয়েই শেষ দেখা কৰি যোৱা।'

'তোকতো সদায়েই দেখি আছোঁ। শেষ দেখা কৰিবলৈ যে কৈছ, আৰু দেখা নিদিয়ই নেকি?' আনন্দৰ কথাৰ সুৰত মিঠা অভিযোগ মিহলি হৈ আছিল।

লগে লগে দুয়োখন হাতেৰে আনন্দৰ মুখত সোপা দি উলুপীয়ে কৈছিল, 'ছিঃ, ছিঃ মই কিবা সেই ভাবত কৈছোঁ নেকি?'

আনন্দৰ কপালত নিজৰ মুখটো লগাই দি উলুপীয়ে দৌৰ দিছিল।

হৰি মাষ্টৰৰ আশা আৰু সপোন আনন্দই পূৰ্ণ কৰিছিল। বৈকুণ্ঠৰ নাঙল ঠেলা দুখ আনন্দৰ কৃতিত্বই পাতলাই দিছিল। পাহিৰ মৰহা মুখত পূৰ্ণিমাৰ জোন জ্বলিছিল। আনকি লাহীদলতো আনন্দৰ টৌ বাগৰি গৈছিল।

চাৰিটা বিষয়ত লেটাৰ পাই মেট্ৰিক পৰীক্ষাত আনন্দ নৱম স্থান অধিকাৰ কৰি উত্তীৰ্ণ হৈছিল। এইটো বহুতৰে বাবে এটা ভাবিব নোৱৰা কথা। ফটা ছোলা, তেল নঘঁহা জপৰা চুলিৰে বছৰত ছমাহ স্কুলত উপস্থিত থকা ডাল-দৰিদ্ৰৰ ঘৰৰ ল'ৰা এটাই পৰীক্ষাত সকলোকে চমক খুৱাই দিব পৰাটো অবিশ্বাস্য কথাই।

সিধু জেঠা, ঘেনা-ঘেঁটুৰ মুখকেইখন ক'লা পৰিল।

উলুপীয়ে আনন্দত নাচি নাচি নিজকে আনন্দৰ শেষ সীমালৈ উটুৱাই দিলে।

আনন্দই ওঁঠৰ স্পৰ্শ দি উলুপীক বুজাই দিলে— তাইৰ প্ৰাৰ্থনা সফল হোৱাৰ পুৰস্কাৰ খুব কোমল, খুব মিঠা, স্পৰ্শাতীত, গন্ধ-বৰ্ণময়।

তাৰ কেইদিনমান পিছত পাহিয়ে বৈকুণ্ঠক সুধিলে, 'বাপুৰ পঢ়া-পাতিৰ কথা কি ভাবিছে?' বৈকুণ্ঠক ভাত বাঢ়ি দি কাষত থিয় দি পাহিয়ে বৈকুণ্ঠৰ মুখৰ পৰা জানিব বিচাৰিলে।

ভাত গৰাহ মুখলৈ নিয়া অৱস্থাত মাতিব নোৱাৰিলে কাৰণে একেলগে দ্বিতীয়টো প্ৰশ্নও সুধিলে, 'দেউতাক কিবা সুধিছেনে?'

পাহিয়ে তেতিয়াও বৈকুণ্ঠক কোৱা নাই যে কালি পুৱাৰ সাঁজলৈ চাউল নাই। আগতে বাপুৰ পঢ়া-শুনা, তাৰ পিছত যি হয় হ'ব। ভাত এসাঁজ নাখালেও কথা নাই, সেইবুলি বাপুৰ পঢ়া বন্ধ হ'ব নোৱাৰে।

কাষৰ কোঠাত শুই থকিও টোপনি আনিব নোৱৰা আনন্দই বৌৱেকৰ কথা শুনি আবেগত কান্দি পেলালে। স্নেহৰ কি যে এক মমত্বময়ী স্পৰ্শ থাকিব পাৰে, তাৰ কাৰণে ইয়াতকৈ মহান দৃষ্টান্ত আৰু একো হ'ব নোৱাৰে।

দেউতাক ঘনকান্ত প্ৰায় শয্যাগত। তেওঁনো কি মতামত দিব?

আনন্দৰ অস্বস্তি হৈছে। এনে অৱস্থাত ককায়েকৰ বোজা বঢ়াই পঢ়া-পাতি কৰিবলৈ তাৰ সমূলি ইচ্ছা নাই। কিন্তু মুখ খুলি প্ৰতিবাদ কৰিবলৈ গ'লে বৈকুণ্ঠই তাক থিতাতে গিলিব।

চিন্তিতভাবে বৈকুণ্ঠই ক'লে, 'সি পঢ়িবই লাগিব। দৰ্কাৰ হ'লে মাটি বন্ধকত দিম।'

আনন্দই অতি কষ্টে বাগৰি অহা চকুপানী মচিলে।

পিছদিনা পুৱাৰে পৰা বৈকুণ্ঠৰ অৰ্থান্বেষণ আৰম্ভ হ'ল। প্ৰথমতে সিধু জেঠা, তাৰ পিছত ঘেনা মহাজন, শেষত ঘৈটু কবিৰাজ।

সিধু জেঠাৰ চাউল শেষ হোৱা বয়স। তেওঁ উঠোতে ভালেখিনি পলম কৰে। বৈকুণ্ঠ উপস্থিত হোৱা সময়ত তেওঁ সুখ-নিদ্ৰাত নিমগ্ন।

বহু সময় বৈকুণ্ঠ পিৰালিতে বহি থাকিল।

শেষত যেনিবা জলতিয়ে খবৰ দিয়াত তেওঁ উঠো নুঠোকৈ উঠিল আৰু বৈকুণ্ঠক দেখা পাই বিৰক্তিত চেলাউৰি কোঁচ খুৱাই দিলে। বৈকুণ্ঠ অহাৰ কাৰণটো তেওঁ অনুমান কৰিব পাৰিলে। ভায়েকক চহৰৰ কলেজত পঢ়ুৱাই হাকিম-উকীল নকৰালৈকে ককায়েকৰ পেটলৈ ভাত যোৱা নাই। তেওঁ মুখ ধুবলৈ লৈ ভোৰ- ভোৰালে— মনতে। আনন্দই পৰীক্ষাত ভাল কৰা কাৰণে তেওঁৰ গাত কাঁইট ফুটি আছে। নিজৰ ল'ৰাই ইফালে ডলাৰ বগৰীৰ দৰে টৈ টৌ কৰি ব্ৰহ্মাণ্ড চহাই ফুৰিছে চোৰা।

অনিচ্ছাসত্বেও জেঠা আহি বৈকুণ্ঠৰ পৰা দূৰত্ব ৰাখি বহিল। সুধিলে, 'কিয়নো আহিলি?' তেওঁৰ চকু কিন্তু বৈকুণ্ঠৰ ওপৰত নাই।

বৈকুণ্ঠই সংকোচ নকৰাকৈ টকাৰ কথা ক'লে। ধাৰ হিচাপেই লাগে। যি লাগে সুতকেই দিব। আনন্দক গুৱাহাটীলৈ পঠিয়াব খুজিছে। তাৰ বৰ ইচ্ছা — আনন্দই পৰীক্ষাত ভাল কৰিছে যেতিয়া অন্ততঃ কলেজখন পঢ়ক।

তাৰ কথা শুনি যোৱাৰ লগে লগে জেঠাৰো কপালৰ গাঁঠি থূপ খাই যাবলৈ ধৰিলে। মনে মনে তেওঁ ঈৰ্ষা, জ্বালা আৰু অনামী অপমান অনুভৱ কৰি যাবলৈ ধৰিলে। তেওঁৰ অৰ্থবল, ক্ষমতা, প্ৰাচুৰ্য আনন্দৰ কৃতিত্বৰ ওচৰত নিষ্প্ৰভ হৈ গ'ল। এই উপলব্ধিয়ে তেওঁৰ বুকুত জ্বালাৰ শক্তিশেল বহুৱাই দিলে।

হোকাত মুখ দি জেঠাই একপ্ৰকাৰ গেজেৰা মৰাৰ দৰেই কৈ উঠিল, 'হোঁ! টকা মই ক'ৰপৰা দিম? মোৰ কিবা টকাৰ গছ বোৱা আছেনে যে জোকাৰি দিলেই সৰি পৰিব?'

এনে উত্তৰ পাব বুলি বৈকুণ্ঠই আশা কৰা নাছিল। জেঠাক সি অত দিনে ধন-কুবেৰ বুলিয়েই জানি আহিছে। সুতলৈ টকা বিচাৰিলে তেওঁ শিবৰ দৰে বৰ দিবলৈ উদ্যত হয়।

অপ্ৰস্তুত হৈও বৈকুণ্ঠই ক'লে, 'তেনেহ'লে মাটি এবিঘাকে বন্ধকত ৰাখক।'

সিধু জেঠাই মুখৰ ভিতৰতে কুটিল হাঁহি এটা মাৰিলে, মাছে বৰশী খুটিছে। তেওঁ জৰী এৰি দি খেলাব লাগে মাত্ৰ।

ক'লে, 'মাটিৰ আৰু মোৰ দৰ্কাৰ নাই। নিজৰ খিনিকে টানি আঁজুৰি চলোৱাটো মস্কিল। আৰু মই মাটি লৈ মুখেৰে খামনে নাকতে পিন্ধিম?'

মুখ ক'লা কৰি বৈকুণ্ঠ উঠিল।

সি যোৱাৰ পিছত আঁঠুৰাৰ ভিতৰৰ মহ মাৰিলোঁ বুলি সিধু জেঠাই সন্তোষত মিচিকিয়ালে।

ঘেনা মহাজনে ক'লে, 'মই এই অলপতে ইয়াৰ মাটিবাৰী বেচি টাউনলৈ যাম বুলি ভাবিছোঁ। মোকহে মাটিৰ গ্ৰাহক লাগে।'

বৈকুণ্ঠই এনে কথা কাৰো মুখে শুনা নাছিল। মহাজনৰ ফাঁকি বুজাত তাৰ কষ্ট নহ'ল।

বৈকুণ্ঠই নিজৰ মূৰটো ঘূৰোৱা যেন পালে। বিমৰিম কৰিছে স্নায়ুবোৰ। একোবাৰ কোৰ মাৰি দিছে।

তথাপি সি টাউনলৈ বাহিৰে বাহিৰে গৈ ঘৈটু কবিৰাজক লগ ধৰিলে। কবিৰাজ সেই সময়ত ঘৰত নাছিল। এপৰ বেলি ৰখি কবিৰাজৰ মুখ দেখা পালে।

সকলো শুনি পকা চুলিত হাত বুলাই বুলাই কবিৰাজে ক'লে, 'আনন্দই ভাল কৰা শুনি মনত বৰ সুখ পাইছোঁ। (তেওঁৰ মুখত বিন্দু মাত্ৰও তাৰ চিহ্ন নাই) আমাৰ গাঁৱৰ ল'ৰাই ভাল কৰা বুলি শুনিলে বৰ ভাল লাগে। পিছে জানইতো

মোৰ সময় বৰ বেয়া গতত চলিছে। গাঁৱৰ মাটিত ধান নহ'লেই বুলিব পাৰি। মাটি ৰাখি আৰু লাভ নাই।'

ইয়াৰ বেছি বৈকুণ্ঠই আৰু একো শুনিব নুখুজিলে। সি 'আহিলোঁ তেনে' বুলি কৈ উঠি ৰাস্তা পালে। ফিৰি চাই সি ভালকৈ কবিৰাজৰ পকী দালানটো এবাৰ লক্ষ্য কৰিলে।

তাৰ মুখটো আচন্দ্ৰাই কৰি উঠিল। পেটটোৱে কলমলাই নাড়ী কেইডাল ছিঙি নিব খোজাতহে সি জোন-বেলিৰ দৰে গম পালে ৰাতিপুৱা ৰাহী মুখে সি ঘৰৰ বাজ ওলাইছে। তাৰৰ যোৱত বেলি ডুবাৰ পৰলৈকে তাৰ সেই খবৰেই নাছিল।

তাৰ ইমান খিঙ্কাৰ লাগিল, ইমান বিতৃষ্ণা উপজিল যে এই বৈটু-ঘেনা-সিধুৰ মুখত বমি কৰি দিব পাৰিলেহে যেন তাৰ পেটটো খালী হ'লেহেঁতেন।

মাংসলোভী শগুণৰ চোকা দাঁতবোৰে তাৰ গাৰ ছাল বখলিয়াবলৈ উদ্যত হোৱা যেন লাগিল।

মুমূৰ্ষু মানুহৰ দৰে হৃদয়হীন জন সমাজৰ নৈৰাজ্যত পৰম অশ্ৰদ্ধা আৰু তিক্ততাৰে সি থৰক বৰককৈ ঘৰলৈ খোজ দিলে।

সাঁজ লাগি ভগা পৰত ঘৰ পাই সি বুজিব পাৰিলে দিনৰ সাঁজ কাৰো পেটলৈ যোৱা নাই।

ৰাতিলৈও চাউল নাই।

ৰাতি শুদা পেটে থাকিও পাহিৰ লগত বৈকুণ্ঠই সব কথা আলোচনা কৰিলে।

সকলো শুনি পাহিৰ দুচকুৰে গিৰ্‌গিৰকৈ তপত চকুলো সৰিল। চকুৰে ধুঁৱলী-কুঁৱলী দেখিলে। মথুৰ আৰু জবাই পেটৰ ভোক লৈ বিচনাত কলমটিয়াইছে। টোপনি অহা নাই। দিনটোৰ লঘোনত শুকাই খীণাই ম্লান হোৱা তাহাঁতৰ মুখ দুখনলৈ চালে পাহিৰ বুকু ফাটি যাব খোজে। ইমান কষ্ট, ইমান শ্ৰম কৰিছে প্ৰতিটো প্ৰাণীয়ে, তথাপি ঈশ্বৰে মুখ তুলি নাচায়। নিমিলে পেটৰ ভাত, কপালত বিদ্যা থাকিলেও ধনে বিধি-পথালি দিয়ে।

বিপদতহে শত্ৰু-মিত্ৰ চিনি পোৱা যায়। হলা গছ দেখিলে বাগী কুঠাৰ মৰাটো মানুহৰ স্বভাৱেই। সিধু জেঠা, যেনা মহাজনে চুঁচিবৰ পৰত ক'লা-বগা, পকা-ডাঁহেচীয়াৰ চিন নাৰাখে। নিৱৰখিনিতো নিলেই, যাচি দিয়া সোণৰ শেহ-মেহ দাম নিদিয়া হ'ল।

পোৱা কপালত বিধাতাই কিবা ভাল লিখিলেহে!

পাহিয়ে বৈকুণ্ঠৰ আৰু বৈকুণ্ঠই পাহিৰ মুখলৈ চোৱাচুই কৰি দৃষ্টি নমাই আনিলে। সমাধানৰ পথ নাই।

শেষত পাহিৰ চাত কৰি সমাধানৰ পথ এটা মনত খেলালে।

বৈকুণ্ঠক ক'লে, 'কাঁহৰ কাঁহী দুখনকে পুৰাতে মোনা এটাত ভৰাই বাপুই নেদেখাকৈ লৈ যক। মথুৰকো লগত নিব। তাকে বেচি দুদিনৰ জোখাৰে মথুৰৰ হাতত চাউলখিনি দি আপুনি বাহিৰে বাহিৰে গুৱাহাটী পাব। মানুহক সুধি সুধি আমাৰ এম. এল. এ.ৰ ঘৰটো বিচাৰি উলিয়াব। আমাৰ এনে হেন অৱস্থা জানিলে সামান্য সহায়ো নকৰিবনে?'

পাহিৰ শিশুৰ দৰে সৰল উক্তি শুনি ইতিমধ্যে কেবাবাৰো কঠিন ঘা খোৱা বৈকুণ্ঠই কাঠ হাঁহি এটা মাৰি ক'লে, 'দুনীয়াখন তই ভবাৰ দৰে ইমান চিধা নহয় অ'। খলা-বমাই বেছি। মানুহ যে কি বস্তু হাড়ে হাড়ে চিনি পালোঁ। আকৌ তই পুৰণি শত্ৰুৰ ওচৰলৈ যাবলৈ কৈছ?' তাৰ মাতটো প্ৰয়োজনতকৈ কঠোৰ হৈ ওলাল।

শেষ আশাটোও মৰিমূৰ হ'ব খোজা দেখি পাহিয়ে করুণ কণ্ঠত অনুচ্চ স্বৰেৰে ক'লে, 'মইনো কি বুজোঁ? তথাপি সময়ে সকলো তল নিয়ায়। উলু মৰি উলু গজে। সেইবোৰ পুৰণি দায়-দোষ এৰক। বাপুৰ পঢ়া-শুনাহে হ'ব লাগে। মানুহৰ ওচৰলৈ টানে-আপদে মানুহ নগ'লে কেতিয়া যাব? পিছে কাঁহী দুখন বেচা বুলি মথুৰকো নক'ব। মই আপুনি পামলৈ যোৱা বুলি ক'ম। ইয়াতকৈ ভাল উপায় মই একো বিচাৰি পোৱা নাই।'

শলাত বিজুাই জুইত পোৰা জীয়া মাছৰ দৰে বৈকুণ্ঠ ছটফট কৰি উঠিল। তাৰ ঘৈণীয়েকে ভাত খোৱা কাঁহী দুখন বেচিও দেওবেকেক পঢ়ুৱাব বিচাৰিছে। তাই পাত কাটি ভাত খাব বুলি কৈছে। কাঁহীত খালেহে খোৱানে? পাতত খালে কিবা পেট নভৰিবনে?

বাত্তি পুৰালে কি হয় হ'ব বুলি ভাবি বৈকুণ্ঠই কাঠ যেন টান বিচনাখনতে টোপনিয়াবলৈ চেষ্টা কৰিলে।

অভিমন্যু বৰ্মনে সহায় কৰা নকৰালৈ বৈকুণ্ঠৰ মনত যথেষ্ট অনিশ্চয়তা আছিল। সেয়ে সি আনন্দক একো নজনোৱাকৈ পামৰপৰা আহোঁ বুলি (পাম মানে উলুবনি, সখিয়েকৰ খেৰতলী, তাত নামমাত্ৰ এটা ঘৰ আছে) বৈকুণ্ঠ পুৱাতে মথুৰক লৈ ওলাই গ'ল। এম. এল. এ.ৰ শিলপুখুৰীৰ ঘৰৰ মোটামুটি ঠিকনা এটা তাৰ জনা আছে। নামী মানুহক চিনি উলিওৱাত বৰ বেছি অসুবিধা নাই।

বৈকুণ্ঠ ধুবুৰী পেচেঞ্জাৰত উঠিল।

ৰে'ল এৰিলে ঝিকি ঝিকি...। ৰে'লৰ গতিৰ লগে লগে আকাশ-পাতাল চিন্তাৰ ঝিকি-ঝিকিত বৈকুণ্ঠৰ ভাবনা-চিন্তাৰ আঁত হেৰাই গ'ল।

গুৱাহাটী ষ্টেচন পাওঁতে গধূলি। জনসমুদ্ৰ, বিবিধ আলোকসজ্জা, হৈ-হট্টগোলৰ মাজত কাহানিও ভাওৰ চহৰ নেদেখা বৈকুণ্ঠ দিশহাৰা হৈ পৰিল। সি পথাৰ আৰু টাউন দেখা মানুহ। ইয়াৰ জন-সমাগম চাই চাই অন্যমনস্ক হৈ থাকোঁতে তাক ঠেলি-হেঁচি মানুহ আগবাঢ়ি গ'ল। কিং-কৰ্তব্যবিমূঢ় হৈ লাহে লাহে সিও বেছি মানুহ যোৱা ছেদেলি-ভেদেলি শাৰীটোত সোমাই পৰি মোহাজ্জমৰ দৰে ষ্টেচনৰ বাজ হ'ল।

তাৰ পিছত যেনি চকু যায় তেনি কেৱল ওখ ওখ ঘৰ আৰু মানুহ আৰু একেধৰণৰ লাইটবোৰ দেখি নাদৰ ভেকুলীৰ দৰে তাৰ চকুৰ লাগিল।

অৱশেষত বিক্সাবালা এটাই শিলপুখুৰীত দয়া কৰি নতুন মানুহ বুজি নগদ কাঁহী বেচি পোৱা তিনি টকা দক্ষিণাত কেৰৰ্মেহ কৰিহে সন্তুষ্ট হৈ বৈকুণ্ঠক শিলপুখুৰীত হাজিৰ কৰি বিনা বাক্যব্যয়ে প্ৰস্থান কৰিলে।

শিলপুখুৰীত তাৰ কুকুৰীকণা লাগিল।

সববোৰ দেখোন একে ঘৰ। কোনটোত বা এম. এল. এ. থাকে?

অৱশ্যে পাক্কা ডেৰ ঘণ্টা সুধি পুচি অভিমন্যু বৰ্মনৰ প্ৰাসাদৰ গেট খুলি ভিতৰ সোমাই বৈকুণ্ঠ এক অভূতপূৰ্ব অভিজ্ঞতাৰ সন্মুখীন হ'ল।

পোহনীয়া কুকুৰৰ হো-হোৱনি শুনি দুৱাৰ খুলি ওলাই অহা তৃণাই লাইটৰ পোহৰত বৈকুণ্ঠক দেখি হঠাতে সাৰটি মাৰি ধৰি চিঞৰি উঠিল, 'বৈকুণ্ঠ কাকা! তুমি!'

এই সম্ভাষণত বৈকুণ্ঠৰ দুখ-যন্ত্ৰণা গলি গলি শেষ হৈ গ'ল। সি তৃণাক ভৰিৰ পৰা মূৰলৈকে অবাক বিস্ময়ত চকু ফুৰাই চালে। তৃণা ওখই-পাখই, চেহেৰাই-পাতিয়ে বৰ এজনী হ'ল। লাহীদলৰ সেই অকণমান ছোৱালীজনীক একেবাৰে চিনিব নোৱৰা হৈছে। ৰাস্তাত দেখিলে বৈকুণ্ঠই চকুলৈ চায়ো তৃণাক চিনিব নোৱাৰি গজ গজ কৰি গুচি গ'লহেঁতেন তাইৰ কাষেৰেই। অথচ তাৰ কি সৌভাগ্য—তৃণাই তাৰ চিন পাহৰি যোৱা নাই। সি আনন্দত আপ্লুত হ'ল।

সিধু জেঠাইতৰ ওচৰত পোৱা দুৰ্ব্যৱহাৰৰ ওলোটা প্ৰত্যুত্তৰ হিচাপে প্ৰায় অচিনাকী হৈ যোৱা তৃণাৰ হৃদ্যতাই বৈকুণ্ঠক কোমলাই পেলালে। শৰতৰ সুনীল আকাশত তলেৰে কিবিলি পাৰি উৰি যোৱা এজাক ভাটৌ দেখিলে পোৱা নিৰ্মল আনন্দতকৈও তৃণাৰ উষ্ণ সম্ভাষণ তাৰ বাবে বেছি মধুৰ লাগিল।

সি সবিনয়ে সুধিলে, 'তুমি আমাক পাহৰা নাই?'

'কিয় পাহৰিম?' তৃণাৰ চকুযুৰিত উজ্জ্বলতা ফুটি উঠিল, 'মই তো গাঁৱলৈ যাওঁ যাওঁ কৰিয়েই থাকোঁ। যাবহে পৰা নাই।'

কথাষাৰ শুনি বৈকুণ্ঠৰ ভাল লাগিল।

চালে চকু ৰোৱা সুসজ্জিত কোঠাৰ নৰম গদী থকা ছোফাত বহি বৈকুণ্ঠই এই প্ৰথম তাৰ ধৰা-চুৱাৰ বাহিৰৰ আন এখন পৃথিৱীৰ সন্ধান পালে। কোঠাটোৰ দামী, উজ্জ্বল, সৌন্দৰ্য বিয়পি পৰা প্ৰতিটো বস্তুত বাৰে বাৰে চকু ফুৰাইয়ো তাৰ নয়ন তৃপ্ত হোৱা নাই। এইবোৰৰ তুলনাত মলিয়ন ধুতী চোলাৰে তাৰ নিজকে বৰ বেছি বিসদৃশ যেন লাগিল।

তৃণাৰ দেউতাক শ্বিলঙত।

সুদৃশ্য ট্ৰে'ত বিবিধ খাদ্যবস্তু আৰু চাহ তাৰ সমুখৰ টিপয়খনত থৈ তৃণাই মিহি মাতেৰে তাক অনুৰোধ কৰিলে, 'খোৱা।'

তাৰ পিছত তাই আনন্দৰে পৰা আৰম্ভ কৰি লাহীদলৰ সকলোৰে খবৰ লৈ যাবলৈ ধৰিলে।

সকলো কথা কৈ বৈকুণ্ঠৰ এই প্ৰথম ভাল লাগিল।

বাত্তি তৃণাই তাৰ লগত একেখন টেবিলতে ভাত খালে। বৈকুণ্ঠ অভিভূত হ'ল। জীৱনত ইমান খোৱা বস্তু সি প্ৰথম দেখিলে।

ভাত খাই থাকোঁতে তৃণাই তাক সুধিলে, 'মোক এবাৰ লাইব্ৰেৰীলৈ নিবা ?'

বৈকুণ্ঠ এই প্ৰশ্নত আচৰিত হ'ল। তৃণাই তাক কি যে অদ্ভুত অনুৰোধ কৰিছে!

বৈকুণ্ঠ মনে মনে থকা দেখি তৃণাই হাঁহি ক'লে, 'কি! তোমাৰ ভয় লাগিল নেকি ? ঠিক আছে, তুমি নিব নালাগে, মই নিজেই যাম। পিছে বৈকুণ্ঠকা, তোমাক ইমান সময়ে মই আচল কথাটোকে সুধিবলৈ পাহৰি আছোঁ।'

'কি ?' বুলি বৈকুণ্ঠই আগ্ৰহেৰে তৃণাৰ মুখলৈ চালে।

'তুমি অহা কাৰণে মই বৰ সুখ পাইছোঁ বৈকুণ্ঠকা। মই ইয়াত জেলৰ কয়েদীৰ দৰে আছোঁ। তুমি হয়তো বিশ্বাস কৰিবলৈ টান পাবা।' তৃণাৰ চকুযুৰি তিতি অহা যেন দেখা গ'ল, 'তুমিতো কোনো দিনে ইয়ালৈ অহা নাই। মই কাৰো একো খবৰেই নাপাওঁ। দেউতা সদায় নিজক লৈ ডুবি থাকে। হঠাৎ তুমি আহিলা, কিবা এটা কাৰণোতো থাকিব পাৰে।'

বৈকুণ্ঠই কিবা এক সংকোচত ইমান সময়ে অহাৰ কাৰণটো তৃণাক ক'ব পৰা নাছিল। তাৰ নিজকে বৰ সৰু, ক্ষুদ্ৰ যেন ধূলিৰ দৰে লাগিছিল।

তৃণাই আনন্দৰ পৰীক্ষাৰ খবৰ পাইছিল। স্কুলীয়া দিনৰ জেদ আৰু প্ৰতিযোগিতাৰ মনোভাব তৃণাৰ মনত এতিয়া বিস্মৃতিৰ জলধি-গৰ্ভত বিলীন হৈ যোৱা অৰূপ আনন্দৰ মুকুতামণিহে মাথোন। সদায় মনত নপৰিলেও পাগলাদিয়াৰ কঁহুৱাৰ কঁপনিয়ে নীৰৱ মুহূৰ্তত দিশহাৰা হোৱা মনটো গৰকি গ'লে তৃণাৰ চাৎকৰে মনত পৰি যায় দাৰিদ্ৰ্যাই চেপি-খুন্দি বিবৰ্ণ কৰা সত্ত্বেও অনমনীয় দৃঢ়তাই সতেজ কৰি ৰখা আনন্দৰ মুখখন; কিছু স্মৃতি, কিছু বিস্মৃতিৰ বকুলতলত বুটলি অহা ভাল পোৱা-নোপোৱাৰ, বুজা-নুবুজাৰ সৌৰৱণী।

তৃণাই লক্ষ্য কৰিলে বৈকুণ্ঠই তাইৰ ফালে একেথৰে চাই আছে। তেওঁৰ চকুত সম্মোহিত ভাব। তেওঁৰ ওঁঠ দুটা কঁপি আছে। ক'ব খুজিও বৈকুণ্ঠই একো ক'ব পৰা নাই। সংকোচ [illegible] এক [illegible] বৈকুণ্ঠক [illegible]। সঁচা কথা, — পাৰ হৈ যোৱা প্ৰতিটো মুহূৰ্তত বৈকুণ্ঠই কেৱল নিজকে পাহৰি বিস্ময় বিমূঢ়ভাবে তাৰ নিজৰ স্থিতি আৰু তৃণাৰ কথা ভাবি গৈ আছিল। সি কি উদ্দেশ্যত এই চহৰৰ এই বিশেষ ঘৰটোত উপস্থিত হৈছে, প্ৰায় পাহৰিয়ে গৈছিল।

বহু মুহূৰ্তৰ অখণ্ড নীৰৱতা আমনিদায়ক হোৱা দেখি তৃণাই সুধিলে, 'আনন্দ ভালে আছে?'

মুখলৈ নিৰ খোজা শেষ গৰাহটো আধবাটতে থমকি গ'ল। বৈকুণ্ঠই যেন নিজকে প্ৰশ্ন কৰিলে, 'আনন্দ। সি ভালে আছে।' কিন্তু পিছ মুহূৰ্ততে তেনেকৈ কোৱা কাৰণে সি লজ্জিত হ'ল। আকৌ ক'লে, 'তাৰ কথা তোমাৰ মনত আছে?'

তৃণাৰ দুটা ওঁঠেই ক্ষণিক কঁপি কঁপি এডাল হাঁহিৰ ৰেখাত মিলি গ'ল। ক'লে, 'বৈকুণ্ঠকা, তুমি কথাবোৰ এনেকৈ কৈছা যেন আমি কাকো দেখা নাছিলোঁ, কাকো চিনি পোৱা নাছিলোঁ। তুমি কেনেকৈ বুজিবা— মোৰ গাওঁখনক মই কিমান ভাল পাওঁ!'

বৈকুণ্ঠই বেছিলত মুখ ধুলে। তৃণাইও।

ৰাতি বেছি হোৱা নাই যদিও চাৰিওফালে এটা নিজম নিজম ভাৱ জোনাকীৰ বোকোচাত উৰি ফুৰিছিল। বৈকুণ্ঠই দেখিলে বাগিচাৰ কামিনী কুসুম গছজোপাত জোনাকীৰ মেলা বহিছে। ঠিক তেনেতে ওচৰৰে ক'ৰবাত চং চংকৈ ৰাতি ন বজাৰ ঘণ্টাৰ কোব পৰিল। বাগৰি যোৱা শব্দবোৰে নীৰৱতা আঁতৰাই ক্ষণিক সুঁহুৰিয়াই গ'ল।

তৃণাৰ পিছে পিছে গৈ বৈকুণ্ঠ বৈঠকখানাত বহিল। সুদৃশ্য বঁটা এখনত তামোল-পাণ সজাই থোৱা আছে। আনকি চিগাৰেট এপেকেটৰ লগত দিয়াচলাই এটাও। তৃণাই ক'লে, 'তামোল খোৱা।'

বৈকুণ্ঠই তামোল এখন তুলি ল'লে, কিন্তু চিগাৰেটৰ প্ৰতি চকু নিদিলে। তৃণাৰ তামোল খোৱাৰ অভ্যাস নাই। বেছি শব্দ নকৰাকৈ বৈকুণ্ঠই তামোল চোবাবলৈ ধৰিলে। নীৰৱতা ভংগ কৰিবলৈ তাৰ যেন কোনো অধিকাৰ নাই।

তৃণা তাৰ মুখামুখিকৈ বহি আছে। এই মুহূৰ্তত এটা শ্বেত-পাথৰৰ নিশ্চল প্ৰতিমাৰ লগত তাইক অনায়াসে তুলনা কৰিব পাৰি।

বৈকুণ্ঠই সুধিলে, 'দেউতাৰা দুই এদিনতে আহিব নেকি?'

বৈকুণ্ঠৰ অনুমান হ'ল পাথৰৰ প্ৰতিমাই যেন তাৰ কথা শুনা নাই।

তৃণাই লাহে লাহে ক'লে, 'দেউতাৰ কথা মই বৰ ভালকৈ নাজানো বৈকুণ্ঠকা, মই ক'ব নোৱাৰিম। মোৰ কথা সোধা, যি জানো ক'ম।' পিছৰ বাক্যটো কৈ তৃণাই সামান্য হাঁহিবলৈ চেষ্টা কৰিলে, তাৰ পিছত আকৌ গম্ভীৰ হৈ গ'ল। দপকৈ জ্বলি উঠা জুই একুৰা যেন এছাটি ধুমুহাই নুমাই পেলালে। বিষাদৰ এনে অভিব্যক্তিৰ

লগত বৈকুণ্ঠৰ আজিলৈকে কোনো পৰিচয় হোৱা নাই। সি একো বুজিব নোৱাৰিলে।

বৈকুণ্ঠই ক'লে, 'মই আচলতে এটা সমস্যাত পৰিহে ইয়ালৈ আহিছোঁ তৃণা। মই কোনোমতে ইয়াৰ সমাধান কৰিব নোৱাৰোঁ। বহু কষ্ট কৰোঁ, তথাপি পেটৰ ভাত কেইটাকে মিলাব নোৱাৰোঁ। কোনোকালে জোৰা মাৰিব নোৱাৰোঁ।'

তৃণাই তীক্ষ্ণ দৃষ্টিৰে বৈকুণ্ঠলৈ চাই যেন সকলো কথা বুজিবলৈ চেষ্টা কৰিছে।

বৈকুণ্ঠই ক'লে, 'নিজৰ বুলি ক'বলৈ মোৰ প্ৰায় একো সম্পদেই নাই। জীৱনটো প্ৰায় শেষৰ কালেই আহিছে। নতুনকৈ আৰু একো কৰিব পৰাৰ আশা নাই।' বৈকুণ্ঠই এটা হুমুনিয়াহ কাঢ়িলে। নিঃস্ব জীৱনৰ দুখ আৰু যন্ত্ৰণা এই এটা হুমুনিয়াহৰ মাজেৰে বাগৰি ওলাই আহিল।

তৃণা একো নোকোৱাকৈ থাকিল।

আকৌ বৈকুণ্ঠই ক'লে, 'মোৰ একো নহ'ল নাই, তাৰ কাৰণে মই একো অভিযোগো নকৰোঁ। কিন্তু আনন্দৰ কিবা এটা হোৱা হ'লে—', সামান্য বিৰতি, 'সি এইবেলি মেট্ৰিকটো পাছ কৰিলে। আমাৰ দৰে ভাল দৰিদ্ৰৰ ঘৰৰ ল'ৰা হিচাপে সি বেছ ভালকৈয়ে পাছ কৰিছে। কিন্তু কলেজত পঢ়ুওৱাৰ সামৰ্থ্য মোৰ নাই। আনন্দই পিছে মোৰ অৱস্থা জানি নিজেই নপঢ়োঁ বুলি কৈছে। পিছে মৌৰেকৰ কথা হ'ল— ভেটি বেচি হ'লেও দেওকেকক পঢ়ুৱাব লাগিব। মোৰো সেইটোৱেই ইচ্ছা। তাৰ জীৱনটো কিবাকৈ গঢ় লৈ উঠিলে ককায়েক হিচাপে মোৰ কৰ্তব্য কৰা হ'ব, মই কিছু শান্তি পাম। সেই কাৰণে তোমালোকৰ ওচৰলৈ আহিছিলোঁ, দেউতাৰাক লগ পালে তেখেতে কিবা ব্যৱস্থা কৰিব পাৰিলেহেঁতেন নেকি অন্ততঃ জানি যাব পাৰিলোঁহেঁতেন। মোৰে দুৰ্ভাগ্য, তেখেতক লগ নাপালোঁ।'

বৈকুণ্ঠই একেলগে বহু কথা কৈ তৃণাৰ মুখত তাৰ প্ৰতিক্ৰিয়াৰ ভাষা পঢ়ি চাবলৈ চেষ্টা কৰিলে। তৃণাৰ মুখমণ্ডলত উষাৰ আকাশৰ উজ্জ্বলতা দেখি বৈকুণ্ঠৰ মনটো মুকলি হৈ গ'ল।

তৃণাই কেই মুহূৰ্তমান চিন্তা কৰিলে, তাৰ পিছত বৈকুণ্ঠক ক'লে, 'মই যদি কথা এটা কওঁ, তুমি বেয়া পাবা নেকি বৈকুণ্ঠকা?'

'নাই, নাই', বৈকুণ্ঠ কুণ্ঠিত হ'ল, 'মই তোমাক কিয় বেয়া পাবলৈ যাম, কিয়?' এনে এজনী লখিমী ছোৱালীক বেয়া পোৱাৰ কথা বৈকুণ্ঠই সপোনতো ভাবিব নোৱাৰে। কিন্তু তাৰ মনৰ মাজত বাৰে বাৰে একেটা প্ৰশ্নৰ অৱতাৰণা হৈছিল— সি সৰুৰেপৰা লাহীদলত দেখা সেই তৃণাজনী আৰু আজিৰ এই তৃণাৰ মাজত ইমান আকাশ পাতাল তফাৎ কিয়? ছোৱালীজনীৰ এই অদ্ভুত পৰিবৰ্তনৰ কাৰণ তাইৰ বয়সৰ অনুভৱ নে বঞ্চিত মনৰ অন্তৰ্দাহ? জীৱনৰ প্ৰাচুৰ্যৰ এটা ঋণাত্মক দিশো ইয়াৰ লগত জড়িত নেকি? একো বুজিব নোৱাৰিলেও বৈকুণ্ঠৰ এটা অস্পষ্ট ধাৰণা হৈছে— তৃণাৰ ভিতৰখন যেন মৰি গৈছে। তাই পিন্ধা বগা সাজ-পাৰ, বিশৃঙ্খল হৈ থকা চুলি আৰু সমগ্ৰ অৱয়ব এখন মৰুভূমিৰ দৰেই শুকান অথবা এডাল নিষ্পত্ৰবৃক্ষৰ দৰেই উদাস, — বৈকুণ্ঠৰ এনে ধাৰণা হ'ল। সি আজি অতীতৰ পৰিচিত এজনী ছোৱালীক এক দুৰ্বোধ্য সাঁথৰ ৰূপে গ্ৰহণ কৰিবলগীয়া হৈছে— ইয়াতকৈ ডাঙৰ বৈচিত্ৰ্য তাৰ বাবে যেন আৰু একো নাই। তাৰ পৰিচিত পৃথিৱীৰ বাহিৰৰ, তাৰ মনৰ জল্পনা-কল্পনাৰ বাহিৰৰ এনে এক অৱস্থিতিত বৈকুণ্ঠ ক্ৰমাৎ আত্মবিলুপ্ত হ'বলৈ বাধ্য হৈছে। ইয়াতকৈ তাৰ অভাৱ, তাৰ দাৰিদ্ৰ্য, দুশ্চিন্তা আৰু মনোকষ্ট বহু বেছি বাস্তৱ, বহু সহজবোধ্য। তৃণাই, এই তৃণাই জানো বুজিব পাৰিব সি আৰু তাৰ পৰিয়াল কেনে এটা ঘৰত থাকে, সিহঁতে কি খাবলৈ বা পিন্ধিবলৈ পায়! বৰ অসহায় অনুভৱ কৰিলে বৈকুণ্ঠই। হঠাৎ তাৰ ভাব হ'ল— সি নহা হ'লেই ভাল আছিল, অহা কাৰণে তাৰ এক অদ্ভুত কষ্ট হৈছে। তৃণাৰ কষ্ট দেখি তাৰ মনটোত শান্তি নোহোৱা হৈছে। মানুহৰ জীৱনত এই ধৰণৰ দুখ থাকিব পাৰে— বৈকুণ্ঠৰ তেনে কোনো ধাৰণা হোৱা নাছিল।

তৃণাই তাক ক'লে, 'আনন্দ অমত নহ'লে, তেওঁ আমাৰ ইয়াতে থাকি পঢ়িব পাৰে।'

বৈকুণ্ঠৰ মনলৈ উল্লাসৰ জোঁৱাৰ আহিল।

সি ক'লে, 'আনন্দ অমত হ'ব কিয়? মই তাৰ ককায়েক। তাক মই ভালদৰে বুজি পাওঁ।'

তৃণাই সাধাৰণভাৱে হাঁহিলে, ক'লে, 'আনন্দ তেনেহ'লে সলনি হৈ গ'ল? তেওঁতো বৰ জেদী আছিল!'

'সেইবোৰ সৰুকালৰ কথা', বৈকুণ্ঠই ক'লে, 'সকতে সকলোৰে এনে ভাববোৰ থাকেই। তুমিও জানো কম জেদী আছিলা?' কৈয়েই বৈকুণ্ঠই হাঁহিবলৈ ধৰিলে। তৃণাৰো হাঁহি উঠিল। সৌৰৱণীৰ বিজুলী ৰেখা এডাল মনৰ মাজেৰে চিকমিকাই গ'ল।

এটা কথাত বৈকুণ্ঠৰ অস্বস্তি আঁতৰা নাছিল। সেইকাৰণে স্পষ্টকৈ সুধিলে, 'দেউতাৰাই আপত্তি নকৰেতো? মই হ'লো ছাল ছিগা ভিকহু। অন্যায় অধিকাৰ ল'বলৈ গ'লে ক্ষতি হোৱাৰ সম্ভাৱনাই বেছি।'

তেনেতে চাকৰ এজনে তৃণাক সুধি গ'ল— আৰু কিবা লাগিব নেকি? লগতে কৈ গ'ল আলহীৰ বাবে বিচনা কৰা হৈ গৈছে, শুলেই হ'ল।

চাকৰজন যোৱাৰ পিছত তৃণাই ক'লে, 'আনন্দক সোনকালে এদিন লৈ আহা। বাকী দায়িত্ব মোৰ। তুমি বৰ বেছি একো চিন্তা কৰিব নালাগে। এতিয়া শোৱা, বাকী কথা কালি পাতিম।'

বৈকুণ্ঠৰ আৰু একো ক'বলৈ নাই। সি ইমানখিনি আশা কৰা নাছিল। তৃণাই তাক যি আশ্বাস দিলে, তাতকৈ পৰম আনন্দ বৈকুণ্ঠৰ বাবে আৰু একো হ'ব নোৱাৰে। সি এতিয়া দুগুণ উৎসাহেৰে হাল বাব পাৰিব, মাটি মৈয়াব পাৰিব, কঠীয়া তুলিব পাৰিব। আনন্দক পঢ়ুৱাবলৈ দৰকাৰ হোৱা টকাকেইটা উপাৰ্জন কৰিবলৈ সি আঠাইতকৈ কঠিন কামো কৰিব পাৰিব। বুকুৰ মাজত, হাতৰ কাষত পাহি আছেই। আনন্দৰ পঢ়া-শুনাৰ এনে ব্যৱস্থা হোৱা বুলি জানিলে পাহিৰ মনটো চাৰি সাঁজ লঘোনৰ পিছতো উছৱ-মুখৰ হৈ থাকিব।

বৈকুণ্ঠ বিচনাত পৰিল। কোমল শয্যাৰ উত্তাপ আৰু নমনীয়তাই তাৰ টোপনি বিঘ্নিত কৰিব খুজিছিল, কিন্তু মনৰ শান্তিত সি খন্তেক পিছতে টোপনি গ'ল।

ৰাতিপুৱা সাৰ পাওঁতে অইন দিনাতকৈ তাৰ সেই দিনা ভালেখিনি পলম হ'ল। ৰ'দৰ বেঙুণিয়ে কোঠাটো সম্পূৰ্ণ পোহৰাই পেলোৱা দেখি জাপ মাৰি বিচনাৰ-পৰা উঠিল। কাপোৰ-কানি ঠিক-ঠাক কৰি বাহিৰলৈ ওলাই আহি দেখে ইতিমধ্যেই তৃণাই গা-পা ধুই উঠি ৰ'দত চুলি শুকুৱাইছে। তিতা চুলিৰপৰা টোপ টোপকৈ পানী পৰিছে। বৈকুণ্ঠৰ এনে লাগিল— এইজনী ছোৱালীতকৈ পবিত্ৰ বস্তু আৰু আন একো নাই।

লজ্জিত হোৱাৰ দৰে সি ক'লে, 'মোৰ আজি বহু পলম হৈ গ'ল।'

তৃণাই হাঁহিলে, সুধিলে, 'ভাল টোপনি হৈছিল?'

বৈকুণ্ঠই হাঁহি ক'লে, 'কৈছাহে! পিছে অপৰাধ হৈছে। হালোৱা মানুহৰ ইমান দেৱীলৈকে শুই থকাটো অপৰাধ।'

চাকৰ ল'ৰাটোৱে তাক পানী আৰু পেষ্ট আনি দিলে। সি দাঁত মাজিবলৈ এগুৱাৰ এডোখৰ বিচাৰিব খুজিছিল, কিন্তু ওচৰত তৃণা বৈ থকা কাৰণে একো নকৈ পেষ্টেৰেই দাঁত মাজি মুখ ধুবলৈ আঁতৰি গ'ল।

তৃণা আৰু সি একেলগে চাহ খালে। চাহৰ লগত বিধে বিধে বস্তু খোৱাৰ তাৰ এই প্ৰথম অভিজ্ঞতা। বিশেষ একো নমতাকৈ সি খোৱা শেষ কৰিলে। তাৰ পিছত মুখ মচি মচি সি ক'লে, 'তৃণা, মই এতিয়া যাম।'

'সেইটো কেনেকৈ হ'ব? তুমি আৰু এদিন থাকা। এদিন থাকি গ'লে তোমাৰ একো অসুবিধা নহয়। গুৱাহাটী নোচোৱা জানো? আজি আমি আবেলি ফুৰিম।' তৃণাই অতি আন্তৰিকতাৰে বৈকুণ্ঠক কথাকেইটা ক'লে।

বৈকুণ্ঠই ক'লে, 'আজি আৰু নালাগে। তুমি বেয়া নাপাবা। মইতো আকৌ দুই-এদিনতে আহিমেই।'

'তেনেহ'লে দুপৰীয়া ভাত খাই যাবা।' তৃণাই আকৌ অনুৰোধ কৰিলে।

'নালাগে তৃণা। ঘৰত চিন্তা কৰিব। তুমিতো সকলো জানাই। মই গ'লেহে চাউল-পাতৰ যোগাৰ হ'ব।'

তৃণাই বৈকুণ্ঠক বুজি পালে। তাই ক'লে, 'অসুবিধা আছে যদি যোৱাগৈ। তুমি ওলাই লোৱা। মই তোমাক ষ্টেচনত থৈ আহিম।'

বৈকুণ্ঠই প্ৰতিবাদ কৰিবলৈ বিচাৰিছিল; কিন্তু তৃণাই মনত কষ্ট পাব বুলি ভয় কৰি সি একো নকৈ কাপোৰ পিন্ধিবলৈ সি থকা কোঠাটোলৈ সোমাই গ'ল।

অলপ পিছতে তৃণাই নিজ হাতেৰে এগিলাচ গাখীৰ আৰু এখন পিৰিচত কেইটামান কল আনি তাৰ আগবঢ়াই দি ক'লে, 'বৈকুণ্ঠকা, এইখিনি খাই লোৱা। বাটত ভোক লাগিব।'

বৈকুণ্ঠৰ মনত এক অভাৱনীয় আনন্দৰ সঞ্চাৰ হ'ল। তৃণাৰ প্ৰতি সি অপৰিসীম মমতা অনুভৱ কৰিলে। অতি আগ্ৰহেৰে সি খোৱাত লাগিল।

ষ্টেচনত ড্ৰাইভাৰৰ হতুৱাই তৃণাই তাৰ টিকট কাটি দিলে। গাড়ী লেট আছিল। কলেজ আছে কাৰণে তৃণাৰ হাতত সময় বৰ কম। তাই বৈকুণ্ঠৰ পৰা

বিদায় ল'লে। বৈকুণ্ঠৰ হাতত টকা দুশ গুজি দি তৃণাই সজল চকুৰ দৃষ্টি থাপি ক'লে, 'বৈকুণ্ঠকা, টকা দি তোমাক সক কৰিব খোজা বুলি নাভাবিবা। এই টকাবেতো তোমাৰ অভাৱ নুগুচে। তথাপি তোমাৰ কিছু কামত আহিব। যিমান পাবা সোনকালে আনন্দক লৈ আহিবা। আৰু এটা কথা — কেতিয়াবা তোমাৰ লগতে মই লাহীদললৈ যাম।' কথাখিনি কৈ শেষ কৰাৰ পিছত তৃণাৰ দুচকুৰে দুটোপাল চকুলো বাগৰি আহিল। বৈকুণ্ঠৰপৰা আঁৰ কৰিব খুজিলেও তৃণা অতি সহজেই ধৰা পৰি গ'ল।

তৃণা যোৱাৰ পিছত বৈকুণ্ঠই এক পূৰ্বে অননুভূত বিষাদ অনুভৱ কৰিলে। সি লাহে লাহে প্লেটফৰ্মলৈ আগুৱাই গ'ল।

এখন যেন যুদ্ধহে জয় কৰি থৈ আহিল, ঠিক তেনে এক বিজয়ীৰ গৰ্বেৰে বৈকুণ্ঠ ঘৰ আহি পালে। অলপো জিৰণি নোলোৱাকৈ সি পাহিক সকলো কথা ভাঙি পাতি ক'লে। কথাবোৰ শুনি পাহিৰ মুখখন বাহুনি বেলিৰ দৰে উজ্জ্বল হৈ উঠিল। তাই বৈকুণ্ঠক ক'লে, 'সকলোতো ভালৰ কাৰণেই হৈছে। পিছে বাপুইহে কি কয়। তেওঁক সুধি-পুচি চোৱা ভাল। অৱশ্যে আপোনাৰ কথাত বাপুই না নকৰে।'

আনন্দ তেতিয়া ঘৰত নাছিল। সি সুৰথক লগ পাবলৈ গুলাই গৈছিল। সেই দেখি বৈকুণ্ঠ পাগলাদিয়াৰ সিটো পাৰে এবাল দিয়া গৰু আনিবলৈ গ'ল। ভোক নাছিল বাবে পাহিয়ে যচা সত্ত্বেও ভাত নাখালে। একে বাবে ৰাতিহে খাব।

ৰাতি বৈকুণ্ঠই আনন্দক একালৰপৰা সকলো কথা জনাই শেষত ক'লে, 'তই একো না নকৰিবি। তই মাথোঁ পঢ়ি-শুনি আহ। মই কিবাকৈ চলিম।'

পাহিয়েও ক'লে, 'বাপু, তুমি পঢ়া-শুনা কৰিবই লাগিব। তুমি যদি পঢ়ি-শুনি কিবা এটা নকৰা, এইখন সমাজত তিষ্ঠি থকাটোৱেই টান হ'ব। হওঁতে তুমি অতীতৰ কথাবোৰ মনৰপৰা বাদ দিব পৰা নাই। কিন্তু আগবাঢ়ি নগ'লে সিধু জেঠা, মহাজন বা কবিৰাজহঁতে তোমাকো একালৰপৰা কুঁহিয়াৰ চেপা দি চেপি লৈ যাব।'

আনন্দই বৌবেকলৈ মূৰ তুলি চালে। সি ইমানপৰে তলমূৰকৈ নীৰৱে সকলো শুনি আছিল। বৌবেকৰ জ্ঞানগৰ্ভ কথাবোৰে তাৰ অতন্দ্ৰ চেতনা মৌহূৰ্তিকভাৱে জোকাৰি গ'ল। অগত্যা সি ক'লে, 'ঠিক আছে ককাইদেউ, মই যাম। পিছে তই মোৰ বাবে টকা পঠিয়াব নালাগে। তই যদি মাহে মাহে টকা নপঠাব বুলি কব তেহে মই যাম। মই কিবা এটা কৰি চলিম। বৃত্তিৰ টকাও পাম। কিন্তু প্ৰথম প্ৰথমতো বহু খৰচ লাগিব। ইমান গাল টকা তই ক'ত পাবি?'

বৈকুণ্ঠই গহীনাই ক'লে, 'সেইবোৰ চিন্তা তই কৰিব নালাগে। মই কিবা এটা কৰিম।'

আনন্দৰ সামান্য খং উঠিল। সি ক'লে, 'টকা তই কোনোবা মহাজনৰপৰা ধাৰ কৰিলেহে পাবি। নাইবা মাটি বন্ধক দিব লাগিব। তেনে টকাৰে মই নপঢ়িলেও হ'ব।'

বৈকুণ্ঠই তথাপি তৃণাই দিয়া টকা দুশৰ কথা আনন্দক জনালে। কাৰণ সেই কথা জানিলে আনন্দৰ মন সলনি হৈ যাব পাৰে বুলি বৈকুণ্ঠৰ বদ্ধমূল ধাৰণা এটা হৈছিল। আনন্দৰ বয়স কম হ'লেও তাৰ অনুভূতি অত প্ৰখৰ। সি যিটো শুদ্ধ বুলি জানে, তাকে খামুচি ধৰি আগবঢ়াৰ মনোবল সি অতদিনে দেখুৱাই আহিছে। সেই কাৰণেই বৈকুণ্ঠই কোনো কোনো ক্ষেত্ৰত তালৈ ভয় কৰি চলে।

সেয়ে বৈকুণ্ঠই সহজভাৱে ক'লে, 'তই ইমান খং কৰিছ কিয়? মই ধাৰো নকৰোঁ, মাটিও বেচিবলৈ নাযাওঁ। মোৰ ওপৰত তোৰ অবিশ্বাস হৈছে নেকি?'

'নাই হোৱা, ককাইদেউ,' আনন্দৰ কণ্ঠ, 'তোক মই খণ্ডো কৰা নাই। পঢ়া-শুনা মই কৰিব লাগে— সেই কথা ঠিক। সেইবুলি তোৰ মূৰৰ ওপৰত বেল ভাঙি মই একো কৰিব নোখোজোঁ। তই কৈছ যেতিয়া পঢ়িবলৈ মই সাজু আছোঁ। মাত্ৰ তোৰ আৰু বেছি কষ্ট হোৱাটো মই নিবিচাৰোঁ।'

আনন্দৰ মুখমণ্ডলত বৈকুণ্ঠই লক্ষ্য কৰিলে একপ্ৰকাৰৰ নিৰ্লিপ্ত উদাসীনতা, কিন্তু তাৰ চকু দুটা জ্বলিছে। পিন্ধা মলিয়ন ফটা চোলা আৰু পায়জামাৰ আবৰণ ভেদ কৰি ওলাই আহিছে আনন্দময় এটা শিশু সত্তা— যাৰ ওঁঠ দুখৰ হাঁহিৰে আৰ্দ্ৰ, যাৰ কণ্ঠ শোকাকুল আৰু বিনত। অৱশ্যে পৰাভৱৰ কোনো চিহ্ন সেই মুখত বিম্বিত হোৱা নাই।

আনন্দই এই মুহূৰ্তবোৰত কেৱল ভাবি গৈছে– সি কি কৰা উচিত হ'ব। তাৰ চকুৰ আগত বহু কেইখন নিৰন্ন, নিৰ্যাতিত মুখ, আৰু প্ৰত্যেকৰে কোনো ভৱিষ্যত নাই, প্ৰত্যেকেই অনিশ্চয়তাৰ অকুল জলধিত ভাসমান। আনকি তাৰো ভৱিষ্যত সম্পূৰ্ণ অস্পষ্ট। খুব বেছি সি হয়তো কলেজত পঢ়িব পাৰিব, বৰ বেছিকৈ পালে এটা ডিগ্ৰি পাব; কিন্তু এই মুখচ-দেখা ঘৰটোৰ এনে কি সাংঘাতিক পৰিবৰ্তন তাৰ জৰিয়তে হ'ব পাৰে সি ধাৰণা কৰিব পৰা নাই। সি লাহে লাহে ককায়েকৰ ওচৰৰ- পৰা আঁতৰি আহিল। বৈকুণ্ঠয়ো বুজিব পাৰিলে– আনন্দ তাৰ কথাত সন্মত হৈছে। সি পাহিক ক'লে, 'নাম লিখাবো সময় হ'ব। মই তাক লৈ পৰহিমানে গুৱাহাটীলৈ যোৱাই ভাল হ'ব।'

পাহিয়ে মূৰ দুপিয়াই ক'লে, 'অঁ, সোনকালে কৰাই ভাল। তেও চিন্তা এটা মৰে।'

'তাৰতো পিন্ধা কাপোৰেই নাই। কালিলৈ টাউনলৈ গৈ তাক এযোৰ কাপোৰ কিনি দিব লাগিব।'

পাহিয়ে সমৰ্থন কৰিলে, 'লাগিবতো। মই দেখোন আপোনাক কেতিয়াবাই কৈছোঁ।'

কুমোই পাচলি কুটি আছিল। পাচলিৰ কাঁহীখন তুলি লৈ পাহি পাকঘৰলৈ সোমাই গ'ল। বৈকুণ্ঠই দেউতাকক সকলো কথা বিৱৰি ক'বলৈ তেওঁৰ কোঠাত সোমাল।

আনন্দ যাব কাৰণে বৈকুণ্ঠৰ মনত আনন্দ আৰু বিষাদৰ এটা মিশ্ৰ অনুভূতি সৃষ্টি হৈছে। আনন্দক এৰি থাকিব– এই বিচ্ছেদৰ দুখটো বৈকুণ্ঠই মনে-প্ৰাণে এতিয়াৰপৰা অনুভৱ কৰিববলৈ ধৰিছে। তথাপি সি মন ডাঠ কৰিলে– আনন্দ যাবই লাগিব।

ষ্টেচনত আগবঢ়াই থবলৈ মথুৰ আৰু সুৰথ আহিছিল। লগত বৈকুণ্ঠ।

আনন্দৰ মনটো কিছু অস্থিৰ। তাৰ ভবি আগবাঢ়িব খোজা নাই। আচলতে তাৰ ভৱিষ্যত সম্পৰ্কে সি সন্দিহান হৈ পৰিছে।

আগৰাতি সুৰথে তাক বুজাইছে, 'তুমি যোৱা উচিত আনন্দ। মানুহৰ যাত্রা আন্ধাৰৰ পৰা পোহৰলৈ। দুখ আৰু দাৰিদ্র্য ওপঙ্গাৰেপৰা আমাৰ সংগী। তথাপি সকলোকে কাতি কৰি আগুৱাৰ লাগিব। তুমি ওলাই আহিলে অন্ততঃ আমাৰ সকলোৰে বাবে এটা প্রেৰণাৰ থল ওলাব।'

আনন্দই কেৱল শুনি গৈছে। তাৰ মাজতে সি প্রশ্ন কৰিলে, 'পঢ়া-শুনা কৰাটো বেয়া কাম বুলি মই ভবা নাই। আচল সমস্যা হৈছে অর্থনৈতিক। তুমিতো জানাই, মই গুৱাহাটীলৈ গৈ পঢ়া মানে ককাই-নবৌৰ ওপৰত আকৌ এটা দুর্বহ বোজা জাপি দিয়া। এনেয়ে নিজা খেতিৰ মাটি প্রায় নাই, আধিৰ মাটি মালিকৰ দয়াৰ ওপৰত নির্ভৰ কৰে। কেতিয়া কাঢ়ি নিয়ে ঠিক নাই। মই তাত থাকিলে দিন-ৰাতি কেৱল মোলৈ কেনেকৈ টকা পঠিয়াব পাৰে, তাৰে চিন্তাত ককাইদেউ দিনে দিনে বুঢ়া হৈ যাব। এইটো এটা অন্যায়। জানি-শুনি এই অন্যায় কৰিবলৈ মোৰ সত যোৱা নাই।'

উলূপী ওচৰতে থিয় হৈ আছিল। ইমান সময় তাই কথা শুনাৰ বাহিৰে নিজে একো কোৱা নাই। আনন্দৰ দোধোৰ-মোধোৰ অৱস্থা দেখি তাই মাত লগালে, 'তুমি কিবা ছোৱালী মানুহৰ দৰে দুর্বল হৈছা, আবেগত ভাঙি পৰিছা।'

আনন্দই উলূপীলৈ চালে। সেই চকুযুৰিত কিবা এক আকৃতি আছে, দুটা আশাৰ বিন্দু তাত প্রতিশ্রুতিময়।

আকৌ উলূপীৰ কণ্ঠ : 'চাপৰি গ'লে মেঘ আঁতৰি যাব বুলি ভাবিছা নেকি? পুৰুষ মানুহৰ দৰে ৰাজহাড় পোন কৰাচোন। তুমি যাবা, পঢ়িবা। আমি আছোঁৱেই।'

আকৌ এবাৰ আনন্দই উলূপীলৈ চালে। সেই একে প্রসন্ন আকুলতা, নির্ভৰযোগ্য আস্থাৰ উন্মেষৰশ্মি তাত বিকিৰিত। আনন্দই মনে মনে এবাৰ হাঁহিলে। উলূপীৰ কথাত সি বিচাৰি পালে এক অনির্বচনীয় জীৱনবোধ। সি অনুভৱ কৰিলে—তাৰ যোৱাৰ বাটত সকলোৱে ফুল সিঁচি থৈছে।

সি সুৰথক ক'লে, 'তুমি ককাইদেউক চাবা। মই নিজে নিজৰ ভৰিৰ ওপৰত থিয় হৈ কি কৰিব পাৰি চাম।'

সি ঘৰলৈ ঘূৰি আহিল। উলূপী তাৰ পিছে পিছে পদূলিলৈকে ওলাই আহিছিল। সি ৰাস্তা পোৱাৰ আগতে উলূপীয়ে ক'লে, 'তুমি একো চিন্তা কৰি নাথাকিবা। কালিলৈ যোৱাৰ সময়ত আমাৰ ইয়াত সোমাই যাব নালাগে। মোৰ কষ্ট হ'ব।'

আনন্দই একো উত্তৰ নিদি উলুপীৰ কথাৰ সুবাস বুকুৰ গভীৰত লুকুৱাই গুচি আহিল। উলুপী অন্ধকাৰতে বৈ থাকিল আনন্দক মনিব পৰালৈকে। তাইৰ এতিয়াৰ পৰাই কিবা শূন্য শূন্য লাগিছে।

একে অৱস্থা পাহিবো। কোনো কামতে তাইৰ মন বহা নাই। আনন্দ তাইৰ পেটৰ সন্তানতকৈও অধিক। আনন্দ বহু দূৰত থাকিব— এই বিচ্ছেদ তাই সহ্য কৰিব পৰা নাই। আনন্দৰ উজ্জ্বল ভৱিষ্যতৰ সম্ভাৱনাইহে পাহিক যথা সম্ভৱ প্ৰবোধ দিছে।

ঘনকান্তৰ গাটো বৰ ভাল নহয়। ধঁপাত খালেই কাহ উঠে, নোখোৱাকৈও থাকিব নোৱাৰে। জ্বৰৰ ভাবো আছে। আনন্দই তেওঁক কৈছে, 'মই কালিলৈ যাম। ককাইদেৰে বৰকৈ ইচ্ছা কৰিছে। তোৰো গাটো ভাল নহয়। মোৰ যোৱাৰ ইচ্ছা নাছিলেই। তই পিছে শৰীৰটো চাবি। বিশেষ টান কাম কৰি শৰীৰটো ঘূণীয়া নকৰিবি।'

ঘনকান্তই দুবাৰমান কাহি, আনন্দৰ মূৰত হাত বুলাই ভগা মাতেৰে ক'লে, 'বাপা, তই মোৰ কথা নাভাবিবি। মই বুঢ়া মানুহ, চাউল উকলিবৰ সময় হৈ আহিছে। তোৰ মংগল হ'লে, ঘৰখন ভালে থাকিলেই মই মৰিলেও শান্তি পাম। শৰীৰটো চাবি। খা-খবৰ দি থাকিবি।'

সি ওলাল। তাৰ এই যাত্ৰাক জয়যাত্ৰাৰ মৰ্যাদা দিলে পাহিৰ আনন্দাশ্ৰু আৰু শুভাশিসে, বৃদ্ধ পিতৃৰ আকুল কণ্ঠই, কুমো-জবাৰ আবেগ বিহ্বল চকুৰ চাৱনিয়ে। লাহীদলৰ বহুতো মানুহ চোতালে-পদূলিয়ে গোট খালে। টাউনৰ হৰি মাষ্টৰে খবৰ পাই পুৱাতে তাক শুভেচ্ছা জনাই গ'ল। শাকতলৰ ইব্ৰাহীম ছাবে কোৰাণৰ চুৰা বিৰ্‌বিৰাই আনন্দৰ পৰম মঙ্গল কামনা কৰিলে আল্লাৰ ওচৰত।

সি আগবাঢ়িল। সুহৃদ হিচাপে লগত আছে সুৰথ। পাগলাদিয়াৰ পাৰে পাৰে, কঁহুৱানিয়ে বাট ভেটি ধৰা গোপ্তাৰে খোজ পেলাই আগবাঢ়িল আনন্দ।

এবাৰ সি ঘূৰি চালে।

কামিনী-কুসুম আৰু ৰক্তজবাৰ আঁৰ লৈ আকাশ-আবৰা দৃষ্টিৰে বৈ থকা এখন মুখ আনন্দৰ চকুৰ মণিত জিলিকি উঠিল। সি চকু ঘূৰাই আনিলে যদিও তাৰ চকুৰ মণিত লিপিত খাই বৈ গ'ল বিদায়ী মুখখন। লগে লগে আনন্দই অনুভৱ কৰিলে শূন্যতাৰ মাজেৰে বৈ অহা কিবা এক বিষাদৰ শব্দ। বহমান পাগলাদিয়াৰ কলকল ধ্বনিয়ে তাৰ বুকুৰ কোনোবাখিনিত প্ৰতিধ্বনি তুলিলে।

সি আকৌ এবাৰ পিছলৈ ঘূৰি চাইছিল।

কিন্তু দৃষ্টিৰ দৰ্পণত প্ৰতিফলিত হ'ব পৰা দূৰত্বত সেই মুখ তেতিয়া আৰু নাছিল।

ৰে'লত গৈ থাকোঁতে আনন্দই বৈকুণ্ঠক সুধিলে— 'সিধু জেঠাই এইবাৰ মাটি খাবলৈ দিব জানো?'

'জেঠাই এতিয়ালৈ একো কোৱা নাই,' বৈকুণ্ঠই ক'লে, 'ঘেনা মহাজনে অৱশ্যে মাঘৰ বিহু গ'লে তেওঁৰ মাটিত হাল বাবলৈ হাক দিছে।'

'ময়ো আহিলোঁ। তোৰ মূৰত বহু বোজা পৰিব। পিতাৰো অৱস্থা ভাল নহয়। কি কৰিবি?'

'ঘেঁটু কবিৰাজক এবাৰ লগ ধৰিব লাগিব। তেওঁ কি কয় চাওঁ।'

'মহাজন শ্ৰেণীটোক বিশ্বাস নকৰিবি। আমাৰ কথা ভবাৰ সময় তেওঁলোকৰ কোনোদিনেই হোৱা নাই। যিখন পাতেতেই খায় তেওঁলোকে তাতেই হাগে।'

'মাটি পালোঁৱেই যেনিবা, গৰুহাল হ'ল দুৰ্বল। বেছি মাটি আবাদ কৰিব নোৱাৰিম।'

আনন্দৰ মনটো বিমৰ্ষ হৈ পৰিল। সি ক'লে, 'সেই কাৰণেইতো পঢ়া-শুনাৰ কথা মই ভবা নাছিলোঁ। ক'ৰবাত প্ৰাইমাৰী স্কুল এখনৰ চাকৰি এটাও পোৱা হ'লে—। আচলতে আমাৰ যি অৱস্থা, গুৱাহাটীত থাকি পঢ়া-শুনা কৰাটো এটা বিলাস।'

বৈকুণ্ঠই ৰে'লৰ খিৰিকীৰে দ্ৰুত গতিত পাৰ হৈ যোৱা প্ৰকৃতিলৈ উদাস দৃষ্টিৰে চাই আছে। সি নিজকে আনন্দৰ দৃষ্টিৰপৰা আঁতৰত ৰখাৰ চেষ্টা কৰিছে।

আনন্দই ক'লে, 'আচলতে, মই কাৰো আশ্ৰয়ত থাকিব নোখোজোঁ। অভিমন্যু খুৰাইঁতক বুজি পোৱাত মোৰ কোনো অসুবিধা নহয়। তেওঁলোকৰ চৰিত্ৰ আমি ভাবিব পৰাতকৈ বহু বেছি জটিল। অৱশ্যে তৃণাৰ কথা মই নাজানো।'

তৃণাৰ কথা ওলালত বৈকুণ্ঠই বাহিৰৰ পৰা দৃষ্টি আঁতৰাই আনি ক'লে, 'তৃণা এজনী সম্পূৰ্ণ বেলেগ ধৰণৰ ছোৱালী। তই দেখিলেই বুজি পাবি। গাঁৱত তই যিজনী তৃণাক দেখা পাইছিলি, সেই তৃণা এতিয়া এজেনী বেলেগ তৃণা। ছোৱালীজনীক দেখিলেই তাইৰ বহু দুখ থকা যেন লাগে।'

আনন্দই এই প্ৰসংগত একো উত্তৰ নিদিলে। অৱশ্যে সি তৃণাৰ ছবিখন মনলৈ অনাৰ চেষ্টা কৰিলে।

তাৰ মনত পৰিল ল-নি মুখৰ মৰমলগা চকু এযুৰিৰে সৈতে চঞ্চল মনৰ এজনী ছোৱালীৰ কথা। তাই পাগলাদিয়াত সাঁতুৰি-নাদুৰি, পাৰৰ বালিত ভৰিৰ তলুৱাৰে কাঁহী সাজি ভাল পাইছিল; মাজে মাজে আনন্দৰপৰা ৰবাৰ টেঙা বিচাৰিছিল আৰু সময়ে-অসময়ে তাৰ লগত ইতিকিং-ভেঙুচালি কৰি বং পাইছিল আৰু আচৰিত কথা– তাৰ লগত প্ৰতিযোগিতাতো নামিছিল। মাজতে কেইবাটাও বছৰ বাগৰি গ'ল, তাইৰ মুখখন আনন্দৰ নিখুঁতভাৱে মনত নপৰাই হ'ল।

আনন্দ আকৌ তাৰ বাস্তৱ জগতলৈ ঘূৰি আহিল। সি বৈকুণ্ঠক সুধিলে, 'ধানেৰে আৰু কেইমাহ যাব? বৌৱে দেখোন ভঁৰালত ধান নাই বুলিয়েই কৈছিল।'

'ময়ো বৰ ভালকৈ নাজানো', বৈকুণ্ঠই অপৰাধীৰ দৰে উত্তৰ দিলে, 'ঘূৰি আহি চাব লাগিব।'

দবাটোত সহযাত্ৰী হিচাপে এগৰাকী বুঢ়ী আৰু দুজন বিহাৰী। ভিৰ নাই। কথা-বতৰা পতাত একো বাধা নাই।

আনন্দই ক'লে, 'দেউতাকো ডাক্তৰক দেখুৱাব লাগিছিল।'

'ময়ো ভাবি আছোঁ', বৈকুণ্ঠই ক'লে, 'ঘেঁটু কবিৰাজকে দেখুৱাব লাগিব।'

আনন্দই হাঁহি দিলে।

বৈকুণ্ঠই সেই হাঁহিৰ অৰ্থ বুজিব নোৱাৰি সুধিলে, 'হাঁহিলি যে!'

'ঘেঁটু কবিৰাজৰ মকৰধ্বজৰ কথা মনত পৰিছে। কবিৰাজে দালালীহে কৰে, ঔষধ দিয়ে জানো? পিতাক চৰকাৰী ডাক্তৰকে দেখুৱাবি, কবিৰাজক দেখুৱাই অকালতে মাৰিব নালাগে। বুজিছ, মই কিবা এটা কৰি পঢ়াৰ খৰচ উলিয়াম। তই ঘৰখন চাবি। বৌৱো বৰ কষ্ট হৈছে।'

এটা বিকট হুইচেল মাৰি পেচেঞ্জাৰ ট্ৰেইনখন গুৱাহাটী ষ্টেচনত বৈ গ'ল।

ককায়েকে বহু অনুৰোধ কৰা সত্ত্বেও নতুন কাপোৰ নিকিনা আনন্দই ফটা চোলা আৰু পায়জামা আৰু তাঁৰেৰে বন্ধা হাৱাই চপ্পল এযোৰ চোঁচোৰাই বৈকুণ্ঠৰ পাছে পাছে গাড়ীৰপৰা নামি প্লেটফৰ্মত ভৰি দিলে।

পাহিয়ে গোটাই মেলি বান্ধি দিয়া মানিমুনি, কৰ্দৈ, আৰু সৰু সৰু বস্তুৰে ভৰা মোনাটো কান্ধত তুলি দীঘল দীঘল খোজেৰে বৈকুণ্ঠ আগবাঢ়িল পথপ্ৰদৰ্শক হিচাপে।

আনন্দক থৈ বৈকুণ্ঠ সেইদিনাই ভাটীবেলা ঘূৰি আহিল। তৃণাই জোৰ কৰিছিল এটা ৰাতি থাকি যাবলৈ, কিন্তু বৈকুণ্ঠৰ পক্ষে ঘৰুৱা কাৰণত ৰাতি থকাটো সম্ভৱপৰ নহয়। দেউতাকৰ শৰীৰ অসুস্থ। বিপদ-আপদ হ'বলৈ কিমান পৰ?

আগৰবাৰৰ দৰে এইবাৰো তৃণাই ড্ৰাইভাৰৰ হতুৱাই বৈকুণ্ঠক ষ্টেচনত থৈ আহিল। টকা এশও তাই তাৰ হাতত গুজি দিছিল, সি ল'বলৈ অস্বীকাৰ কৰি ক'লে, 'মোক আৰু বেছি অপৰাধী নকৰিবা। তোমাৰ ইমানবোৰ ঋণ মই কেনেকৈ কিহেৰে শুজিম?'

সেইবাৰো বৈকুণ্ঠই অভিমন্যু বৰ্মনক লগ নাপালে। চৰকাৰী কামত বৰ্মন তেতিয়া দিল্লীত। দুসপ্তাহমান অহাৰ আশা নাই।

এইখন ঘৰত ভৰি দিয়াৰ পিছৰেপৰা আনন্দৰ বিস্ময়ৰ সীমা নাছিল। সি যেন বিস্ময়ৰ ঘোৰত যাদুখেল এখনহে চাই আছে।

তৃণাক দেখি জীৱনত প্ৰথমবাৰৰ বাবে আনন্দ এক বেলেগ ধৰণে শিহঁৰিত হৈছিল। পৰিবৰ্তনৰ চিনবোৰ কেনেকৈ ইমান ত্বৰান্বিত হৈ মানুহৰ সমগ্ৰ আবেষ্টনীত সোমাই পৰে, সেই ৰহস্যই আনন্দক অভিভূত কৰিছিল।

সেই অকণমানি তৃণা তাৰ দুচকুত এতিয়া ধৰা দিছে পৰিপূৰ্ণ যৌৱনৰ এগৰাকী তন্বী হিচাপে। আগৰ চপলতা খনিঠামানো নাই, তাৰ ঠাইত এক সমাহিত ৰূপ। জীৱনৰ বিস্তীৰ্ণ অভিজ্ঞতা লাভ কৰা কাৰণে তৃণা যেন কথা-বতৰা, চালচলন

সকলো কালৰপৰা পূৰঠ ব্যক্তিত্বৰ অধিকাৰিণী হৈছে। সংযত সাজ-পোচাকৰ মাজত আবদ্ধ তৃণাৰ সামগ্ৰিক সত্তা যেন শুচিতা আৰু স্নিগ্ধতাৰ বিমুগ্ধ প্ৰতিৰূপ। আনন্দই কিন্তু তাৰ মাজতে লক্ষ্য কৰিছে — তৃণাৰ দৃষ্টিয়ে যেন শূন্যৰ মাজত কিবা এক হেৰোৱা বস্তুৰ সন্ধান কৰিছে। বৰ উদাস সেই দৃষ্টি, বৰ কৰুণ।

প্ৰাচুৰ্যৰ মাজত অহৰহ দিন কটোৱা এজনী ছোৱালী ইমান অনাড়ম্বৰ আৰু নিৰাশাৰ প্ৰতীক হিচাপে বৈ থাকিব পাৰে, ভাবি আনন্দৰ কিছু অস্বাভাৱিক যেন লাগিল।

তৃণাৰ প্ৰথম সম্ভাষণত আনন্দৰ বাবে বিচাৰিব পৰা সকলো মাধুৰ্য আছিল। তাক আৰু বৈকুণ্ঠক পদূলিত দেখি বাৰাণ্ডাত বৈ থকা তৃণা লাহে লাহে সিহঁতৰ ফালে আগবাঢ়ি আহিছিল আৰু আয়ত চকুৰ দৃষ্টি তাৰ সমগ্ৰ মুখমণ্ডলত নিক্ষেপ কৰি কৈছিল, 'আনন্দ!'

আ-ন-ন্দ। শব্দকেইটা তাৰ বুকুৰ মাজেৰে বাঁহীৰ শুকলা মাতৰ দৰে অনুৰণিত হৈ গৈছিল।

'ভালে আছা তৃণা?' সি সুধিছিল। গাতক তৃণাক দেখি আনন্দৰ বিস্ময়ৰ পৰিধি নোহোৱা হৈছিল। চাৰি পাঁচটা বছৰৰ ব্যৱধানে এজনী ছোৱালীৰ শৰীৰটো কেনেদৰে অংকিত-অলংকৃত কৰিব পাৰে, তৃণাক দেখি তাৰ এই বিস্ময় জাগিছিল।

তৃণাই এটা সুন্দৰ উত্তৰ দিছিল, 'মানুহে দেখাত মোতকৈ ভালে আৰু কোন থাকিব পাৰে?'

তৃণাই বৈকুণ্ঠকো সুধিছিল, 'তোমাৰ ভাল নে বৈকুণ্ঠকা? পাহি নবৌহঁতৰ? কুমো ভালে আছে?'

এটা এটাকৈ তৃণাৰ আটাইবোৰ প্ৰশ্নৰ উত্তৰ দিছিল বৈকুণ্ঠই। আনকি অভিমন্যু খুৰাকৰ চাকৰ-বাকৰে চলোৱা ঘৰখনৰ, তৃণাৰ মৰমৰ গাইকেইজনীৰ কথাও বৈকুণ্ঠই চাহ খোৱা সময়ত তৃণাক একালৰপৰা কৈ গৈছিল।

বৈকুণ্ঠৰ ভাত খোৱাৰ সময় নাই। বে'ল ধৰিব লাগিব। ঘূৰি যোৱা ট্ৰেইন মাত্ৰ একেখনেই।

সি তৃণাক ক'লে, 'মইতো ঘূৰি যাবই লাগিল। তুমি দিয়া টকা দুশ মই খৰচ কৰা নাই। তাক এযোৰ নতুন কাপোৰ দিম বুলি ভাবিছিলোঁ। সি নল'লে। গতিকে টকা দুশ তুমি ৰাখা। যদি বেয়া নোপোৱা, তাৰ নাম লিখাৰ খৰচ হিচাপে তুমি

তাক ইয়াৰেই কিবা এটা ব্যৱস্থা কৰি দিবা। মই কিছুদিনৰ ভিতৰতে আহিম। সম্প্ৰতি মোৰ হাতত তেনেকৈ টকা নাই। দেউতাৰা আহিলে মোৰ সকলো কথা ক'বা।'

আনন্দ সেই সময়ত তেওঁলোকৰ ওচৰত নাছিল কাৰণেহে বৈকুণ্ঠই তৃণাক টকা দুশৰ কথা ক'ব পাৰিলে।

কিন্তু বৈকুণ্ঠ হতবুদ্ধি হ'ল। সি দেখিলে— তৃণাৰ দুয়োটা চকু তিতি উঠিছে। এক মুহূৰ্ত পিছত তাৰে এটোপাল তাইৰ সোঁখন গালেৰে বৈ আহিল। লৰালৰিকৈ তৃণাই চকুপানী মোহাৰি লৈ বৈকুণ্ঠক সুধিলে, 'বৈকুণ্ঠকা, তুমি মোক নিজৰ বুলি ভাবিব পৰা নাইতো নায়েই, আনকি অকণমান বিশ্বাসো কৰিব পৰা নাইনে?'

বৈকুণ্ঠ এই প্ৰশ্নত বিগলিত হ'ল। তৃণাৰ সৰল, নিৰ্ভাঁজ মনটোক সি কষ্ট দিয়া কাৰণে নিজকে লঘু যেন লাগিল। সি ক'লে, 'বিশ্বাস কৰোঁ তৃণা। তুমি মোক ভুল নুবুজিবা। মই খেতি কৰা মানুহ। অৱস্থাৰ মেৰপাকত পৰি আজি যদিওবা মই দিন-ভিখাৰী হৈছোঁ, মানুহক বুজি পাব পৰা, ভাল পাব পৰা মন এটা মোৰো আছে তৃণা।'

তৃণাৰ মুখখন উজ্জ্বল হৈ উঠিল। তাই বৈকুণ্ঠক আশ্বাস দি ক'লে, 'টকাখিনি তোমাৰ লগতে থাকক। মই আনন্দৰ এডমিছনৰ সমস্ত ব্যৱস্থা কৰি দিম। তেওঁৰ একোৰে অভাৱ নাথাকে। আৰু মোৰ ইচ্ছাত বাধা দিবলৈ দেউতাৰ একো এক্তিয়াৰ নাই। গতিকে তুমি নিশ্চিন্ত মনে ঘূৰি যোৱা।' তৃণা ৰ'ল, আকৌ ক'লে, 'অঁ, তুমি কিন্তু সময় পালেই আহি থাকিবা।'

বৈকুণ্ঠই আনন্দ মনেৰে বিদায় ল'লে।

আনন্দ পদূলিলৈকে ককায়েকৰ লগে লগে আগবাঢ়ি আহিল।

'যাওঁ বাপু,' বুলি বৈকুণ্ঠই আৰু পিছলৈ ঘূৰি নাচালে, বোধহয় চলচলীয়া চকুযুৰি আনন্দক দেখুৱাবলৈ তাৰ সাহ নহ'ল। সি অপেক্ষমান গাড়ীত উঠিল।

তাৰ পিছত আনন্দ আৰু তৃণা মুখামুখি হ'ল। উভয়ৰে চাৰিটা চকুৱে অন্বেষণ কৰিলে হৃদয়ৰ গভীৰতা। আৰু মুহূৰ্তৰ ভিতৰতে আনন্দৰ চকুৰ মণিত ভাঁহি উঠিল উলুপীৰ বিদায়ী মুখখন। সি জিকাৰ খাই উঠিল।

তৃণাই সুধিলে, 'তোমাৰ খুব বেয়া লাগিছে নেকি আনন্দ? মোৰো প্ৰথমতে খুব বেয়া লাগিছিল। এতিয়াও যে খুব ভাল লাগে সেয়া নহয়। তথাপি সহ্য হৈ গৈছে।'

এই আন্তৰিকতাপূৰ্ণ কথাত আনন্দৰ জড়তা বহুখিনি আঁতৰি গ'ল। সি তৃণাক সহজভাৱে ল'বলৈ চেষ্টা কৰিলে।

সি তৃণাক ক'লে, 'মই গাঁৱৰ পৰিবেশত থাকি অভ্যস্ত। কোনোদিনে নগৰৰ বতাহ খোৱা নাই। গাঁৱত তোমাক ঠিক যেনেদৰে ল'ব পাৰিছিলোঁ, ইয়াত ঠিক তেনেকৈ পৰা নাই।'

তৃণাই হাঁহিলে। ক'লে, 'তেনেহ'লে মোৰ অৱস্থাটো এবাৰ ভাবি চোৱা। ময়ো গাঁৱকেই যে মনে-প্ৰাণে ভাল পাইছিলোঁ বা এতিয়াও পাওঁ, তোমাক ঠিক কেনেকৈ বুজাম আনন্দ? ইয়াত মই সকলো পাইছোঁ, কিন্তু মোৰ মনৰ অভাৱ গুচা নাই।'

তৃণাৰ কণ্ঠ ব্যথাৰে সিক্ত। আনন্দই একো নুবুজিও তৃণাৰ কাৰণে একপ্ৰকাৰ সমবেদনা অনুভৱ কৰিলে। আনন্দই ক'লে, 'তৃণা, তোমাক মই বহু কথা ক'ব লাগিব।'

'কি কথা, আনন্দ?' আগ্ৰহেৰে তৃণাই সুধিলে। তাইৰ চেলাউৰিবুৰিত তাঁজ পৰিল। আকৌ ক'লে, 'যদি দীঘলীয়া কথা থাকে, আমি আবেলি পাতিম। তুমি এতিয়া ভাগৰি আহিছা, খাই-বৈ কিছু জিৰণি লোৱা।'

আনন্দই মূৰ দুপিয়ালে।

আবেলি তৃণাই আনন্দক চৌহদটো দেখুৱাইছিল। চহৰত ইমান ডাঙৰ চৌহদ খুব কমেইহে আছে। কম কৰিও দুকঠা মাটিত ফুলনি পতা হৈছে। মূল ঘৰটোৰ চাৰিওফালে শাকনি, গোহালি, গেৰেজ, মাছ পোহা পুখুৰী, ফলৰ বাগিচা। একেবাৰে উত্তৰ ফালে ড্ৰাইভাৰ থকা এখন চালি। তাত দুটা কোঠা। আৰু এখন চালিৰে থকা কোঠা এটাত মটৰ গাড়ীৰ অদৰকাৰী অংশবোৰ পৰি আছে। প্ৰত্যেকখন চালি টিনৰ।

অভিমন্যু বৰ্মন এম. এল. এ. হোৱাৰ কেইবছৰ হ'ল আনন্দই মনত পেলাবলৈ চেষ্টা কৰিলে। এই বছৰ কেইটাৰ ভিতৰতে তেতিয়াহ'লে বৰ্মনে যথেষ্ট পইচা ঘটিছে। আনন্দই এই উভৈনদী সম্পদৰ উৎসে ক'ত মনতে এবাৰ নিৰ্ণয় কৰাৰ চেষ্টা কৰিলে।

সি আৰু তৃণাই নিঃশব্দে খোজ কাঢ়িছিল। আবেলিৰ বেলিটো ক্ৰমাৎ লহিয়াবলৈ ধৰিছিল। দূৰৰ পাহাৰখনৰ চূড়াটোত তেতিয়া ৰঙা ৰং এসোপাই ফাকুৰা খেলিছে।

মেখেলাৰ পাতলি ভৰিত লাগি হোৱা শব্দটোতো এক অৰ্থবহ নীৰৱতা আছিল।

তৃণাই আনন্দলৈ চাইছিল। আনন্দই তৃণালৈ। তৃণাৰ আনন্দক এজন পুৰুষ যেন লাগিছিল আৰু আনন্দৰ মনত তৃণাৰ সামগ্ৰিক অস্তিত্ব এক সৌন্দৰ্য হিচাপে ব্যঞ্জিত হৈছিল।

তৃণাই সুধিলে, 'তোমাৰ কি ধাৰণা হৈছে আনন্দ? এই যে তুমি অতবোৰ সম্পদ দেখিলা, অন্ততঃ যিবোৰ থাকিলে মানুহৰ আৰু একো নাথাকিলেও হয়, এইবোৰ দেখি তুমি একো ভবা নাইনে? চোৱা, দেউতাৰ অবিহনে এই সকলোবোৰ মোৰ। জানা আনন্দ, বয়সতকৈ মোৰ অভিজ্ঞতা বহু বেছি হৈছে। মই কি কৈছোঁ, তুমি চাগৈ বুজিবই পৰা নাই, নহয়নে?'

'তৃণা।'

'কি? কিবা ক'বা?'

'মই আন এটা কথা ভাবিছোঁ। আচলতে মই নিজৰ কথা ভাবিছোঁ তৃণা। মই পঢ়া-শুনাত কিছু ভাল আছিলোঁ কাৰণে আজি মোৰ বৰ কষ্ট হৈছে। মই বুজি পাইছোঁ তুমি মোক সহায় কৰিবলৈ ওলাইছা। তোমাৰ সৰলতাত মোৰ অবিশ্বাস নাই। কিন্তু এই সম্পত্তি তোমাৰ দেউতাৰ। মই যিমানদূৰ বুজি পাইছোঁ — মোৰ ককাইদেৱে তোমাৰপৰা কিবা প্ৰতিশ্ৰুতি পাইছে মোক আজি এনেকৈ ইয়াত থৈ গৈছে। তুমি বৰ ভাল কাম কৰা নাই, তৃণা।'

তৃণাৰ মুখমণ্ডললৈ বিষণ্ণতাৰ ছায়া নামি আহিল। হঠাৎ ক'ৰবাৰপৰা এটা ময়ূৰ উৰি আহি সিহঁতৰ ওচৰৰে দেৱালখনত পৰিল। আনন্দ চঁক খাই উঠিল, তৃণাই কিন্তু এবাৰ মূৰ তুলি চালে, কোনো মনোযোগ নিদিলে।

তৃণাই ক'লে, 'তোমাৰ বৰ্তমানৰ মনটো মই চিনি পোৱা নাই। মাজত বহু কেইটা বছৰ পাৰ হৈ গৈছে। তথাপি মোৰ এটা অনুৰোধ ৰাখিবানে?'

তৃণা থমকি ৰ'ল। আনন্দও।

ক'ৰবাত সুদূৰ দিগন্তৰ সীমনাত ৰঙা কাঁহীৰ সূৰ্যটো ডুব গ'ল। লাহে লাহে

অতি সন্তৰ্পণে নামি আহিল কোমল সন্ধ্যা আৰু সন্ধ্যাৰ কজলা ছায়া।

আনন্দই কিবা এক অহেতুকী বিষাদ অনুভৱ কৰিলে। কিয়, কাৰ বাবে সি নাজানে।

সি ক'লে, 'চোৰা তৃণা, তোমাৰ আৰু মোৰ মাজত আজি এক আকস্মিক যোগাযোগ হ'ল। আমি কোনো ইয়াৰ বাবে প্ৰস্তুত নাছিলোঁ। মই নিজকে বৰ অসহায় অনুভৱ কৰিছোঁ।'

তৃণা আলোড়িত হ'ল। আনন্দই তাইৰ কথা শুনিব বিচৰা নাই। সি আত্মপক্ষ সমৰ্থন কৰিছে।

তথাপি তাই ক'লে, 'তোমাৰ মনত কেনেকুৱা কষ্ট আছে আনন্দ?'

আনন্দই তৎক্ষণাৎ একো সদুত্তৰ দিব নোৱাৰিলে। তাক মৌন দেখি তৃণাই ক'লে, 'তুমি তোমাৰ অতীতটো লৈ বাঁচি থাকিব বিচাৰিছা। সেই অতীতত তোমাৰ ককা আৰু দেউতা নিষ্পেষিত হৈছিল। সেই অতীতত মোৰ ককাদেউতাই তোমালোকক শোষণ কৰি নিজৰ মুঠি টান কৰিছিল। সেই শোষণৰ পৰিণাম আজিও বঘুমলা হিচাপে তোমালোকক আবৰি শিপাই আছে। কিন্তু তাত মোৰ দোষ কোনখিনিত? ঠিক আছে, তুমিতো মোৰ যন্ত্ৰণা নুবুজা, তুমি মোৰ সহায় ল'ব নালাগে, তুমি নিজেই নিজৰ পথা চিনি লোৱা।'

আনন্দৰ জীৱনৰ বাইছটা বছৰ তাৰ চকুৰ আগেৰে তুৰংগৰ কদমত দৌৰিবলৈ ধৰিলে আৰু এক অসতৰ্ক মুহূৰ্তত সি তৃণাৰ বাউসী স্পৰ্শ কৰিলে, ক'লে, 'মোৰ এনে হৈছে যেন মই কোনো কথা ঠিককৈ বুজিব পৰা নাই, ক'বতো পৰাই নাই। তুমি মোক ভুল নুবুজিবা।'

কৈয়েই আনন্দ দুখোজ আঁতৰাই আহিল।

কাৰণ সি তাৰ আঙুলিত উষ্ণতাৰ এক প্ৰদীপ্ত প্ৰবাহ অনুভৱ কৰিলে। এই অনুভৱ তাৰ কাৰণে কষ্টদায়ক।

দুয়ো আহি বাৰাণ্ডাত থিয় দিলে।

চাহ খোৱাৰ সময় হৈছিল। তৃণাই কাম কৰা ল'ৰাজনক বাৰাণ্ডালৈকে চাহ আনিবলৈ ক'লে।

বেতৰ চকী দুখনত দুয়ো মুখামুখিকৈ বহিল। কিছু সময় নদীৰ সোঁতৰ দৰে মৌন প্ৰবাহেৰে বৈ গ'ল।

আনন্দই ক'লে, 'তুমি এখনি কিবা এটা অনুৰোধ কৰিব বিচাৰিছিলা।'

তৃণাই কেই মুহূৰ্তমানৰ পিছত ধীৰে ধীৰে ক'লে— 'বৈকুণ্ঠকাই দেউতাক বিচাৰি ইয়ালৈ আহিছিল। কিন্তু সম্প্ৰতি দেউতাৰ জীৱনত ৰাজনীতিৰ বাহিৰে আনৰ স্থান নাই। এই ঘৰখনৰ সম্পৰ্কত যিবোৰ কাম হয়, আটাইবোৰ মই কৰিব লাগে। সম্বন্ধীয়া জেঠীজনীয়ে কেৱল ৰন্ধা-বঢ়াহে কৰিব পাৰে। আনকি পুৰা-গধূলি বজাৰৰ মোনাখন ময়েই হাতত ল'ব লাগে। খুব অকলশৰীয়া হৈ গৈছোঁ আনন্দ। তেতেলীয়াত দেউতাই সাত পূৰা খেতিৰ মাটি কিনি দিছে। আধিয়াৰৰ লগতো ময়েই যোগাযোগ কৰিব লাগে। তৃণা নামৰ এজনী প্ৰায় নাবালক ছোৱালীৰ যে এজন দেউতাক আছে, দেউতাই পাহৰি যোৱাৰ লগতে ময়ো প্ৰায় পাহৰি গৈছোঁ, কলেজৰ পঢ়া-শুনা আৰু ঘৰ চলাই কিমান আনন্দ পাব পাৰি কোৱা? মোৰ কোনো সংগী নাই, এযাৰ মনৰ কথা পাতিবলৈ লগ এটা নাই, কাকো মই বুজাব নোৱাৰোঁ মোৰ কি হৈছে, মোক কি লাগে। সেই কাৰণেই মই গাঁৱলৈ উভতি যাবলৈ বিচাৰিছিলো।' তৃণা ৰ'ল, যেন বহু কথা কৈ ভাগৰি পৰিছে, 'দেউতাই বাধা দিলে। আজি তোমাক পাই ভাব হৈছিল অন্ততঃ এজন সংগী পালোঁ, অথচ তুমিও মন ঠিক কৰিব পৰা নাই, তুমি মোক সন্দেহৰ চকুৰে চাবলৈ ধৰিছা।'

তৃণাক হঠাতে বৰ গম্ভীৰ যেন দেখা গ'ল।

সমুখৰ ৰাস্তাৰ বিজুলী বাতিবোৰ জ্বলি উঠিছে যদিও তাৰ পোহৰ বাৰাণ্ডাত যৎসামান্য পৰিছে। তৃণাই ইচ্ছা কৰিয়েই বাৰাণ্ডাৰ লাইট জ্বলোৱা নাই। অৱসাদ আৰু হতাশাই তাইক আবৰি ধৰিছে।

অন্ধকাৰে জুমি চাইছে। আকাশত অ'ত ত'ত তৰা জ্বলিছে। ক'তো একো কলৰৱ নাই।

আনন্দই ক'লে, 'তৃণা, তোমাৰ কথা মই নুবুজাকৈ থকা নাই। গাঁৱত থাকি থাকি নদী আৰু পথাৰ চাই চাই, সীমাহীন অভাৱ-অনাটনত জুৰুলা হৈ নতুনকৈ চিন্তা কৰাৰ শক্তি মই প্ৰায় হেৰুৱাই পেলাইছোঁ। গাঁৱৰ মানুহবোৰৰ বৰ কষ্ট, তৃণা। এমুঠি ভাতৰ কাৰণে, পিন্ধিবলৈ এডুখৰি কাপোৰৰ কাৰণে গাঁৱৰ প্ৰায় প্ৰতিজন মানুহেই হামৰাও কাঢ়ি ছটফটাই ফুৰিছে। নগৰত থকা মানুহে যথাৰ্থভাৱে এই দুখ-যন্ত্ৰণা কিমান গভীৰ তাক বুজিব নোৱাৰে। মোৰ ভয় হৈছে— কি ঠিক, তোমাৰ লগত থাকিলে মই হয়তো এটা বেলেগ জীৱনৰ গৰ্ভলৈ সোমাই যাম। তাতকৈ

এটা কাম কৰা তৃণা। যদি তোমাৰ চিনাকি কোনোবা মানুহ আছে, তেনেহ'লে চলি থাকিব পৰাকৈ মোক এটা শিক্ষকৰ চাকৰি বিচাৰি দিয়া। মই ৰাতিৰ কলেজত পঢ়িম। তোমাৰপৰা প্ৰথমতে যি টকা লবলগীয়া হয়, সংস্থান এটা পালে তোমাক মই ঘূৰাই দিম।'

'বেছ', তৃণাই সঁহাৰি দিলে, 'তুমি যদি সেইটোৱেই ভালপোৱা, তেনে এটা ব্যৱস্থাই হ'ব।'

'আৰু এটা কথা', আনন্দই ক'লে, 'মোক থাকিবলৈ ড্ৰাইভাৰৰ কাষৰ কোঠাটোকেই দিবা। তাতকৈ মোক বেছি একো নালাগে।'

তৃণাই বুজি পালে—প্ৰতিবাদ কৰি একো লাভ নাই। ক'লে, 'ঠিক আছে, কালিৰপৰা তাকে কৰিম। তুমি দিনৰ শিফ্টতেই এড্মিচন লোৱা। মোৰ দেউতাৰ বন্ধু এজন কম্বাচলৰ নাইট স্কুল এখনৰ চেক্ৰেটাৰী—ভুবন চৌধুৰী। মই তেখেতক কৈ কিবা এটা কৰি দিম।'

আনন্দৰ কিছু হ'লেও ভাল লাগিল। তৃণাৰ প্ৰতি নতুনকৈ এক আকৰ্ষণ বোধ কৰিলে। কিন্তু তাৰ কাৰণ সি যথাৰ্থভাৱে নিৰ্ণয় কৰিব নোৱাৰিলে।

ৰাতি আনন্দই অলপো শুব নোৱাৰিলে।

কোমল তুলি, ধকধকীয়া বগা বিচনা চাদৰ, পাতল নীলাভ আঁঠুৱা, মাখনৰ নিচিনা নৰম গাৰু, কোঠাৰ প্ৰতিটো সুৰুচিপূৰ্ণ, নিটোল, অভিজাত বস্তুৱে তাক চাৰিওফালৰপৰা বেৰিয়ে খোচাৰ নিচিনাকৈ খুচিবলৈ ধৰিলে। দাৰিদ্ৰ্য আৰু শংকাময় ভৱিষ্যতৰ প্ৰতিনিধি তাৰ ঘৰৰ প্ৰতিজন মানুহৰ পাণ্ডুৰ মুখ, মৃতপ্ৰায় জীৱনধাৰাই প্ৰতিটো লহমাৰ সোঁতত সাতুৰি-নাদুৰি তাক স্পৰ্শ কৰি গ'ল, তাক নিশ্চিতভাৱেই আতুৰত পেলালে। সি নিজকে নিজৰ ওচৰত অপৰাধী হিচাপে সাব্যস্ত কৰি অপৰিসীম আত্মগ্লানি আৰু অন্তৰ্দাহত দগ্ধ হ'ল। সি আজি ক'ত? কালি ৰাতি সি ক'ত শুইছিল? কালি ৰাতি সি শুইছিল তাম্ৰোলৰ পাতেৰে, তমালৰ গাঁথিৰে, বাঁহৰ খুটাৰে তৈয়াৰী এখন বিচনাত; তুলীৰ সলনি তাত পৰা আছিল

এখন জৰাজীৰ্ণ ফটা কঁথা, গিলিপ নোহোৱা, তেল লাগি লাগি চামনিবন্ধা শিল যেন টান এটা গাৰু, তাৰ আঁঠুৱাৰ অসংখ্য ছিদ্ৰেৰে সন্তৰপৰ হৈ উঠিছিল তেজলুভীয়া মহৰ অনিবাৰ্য প্ৰবেশ; আৰু মাজে মাজে ভগা ইকৰা-বৰতাৰ বেৰৰ ফাঁকেৰে সোমাই আহিছিল শেষ আহিনৰ জলীয় বতাহ। তাৰ সেই কোঠা পোহৰাইছিল চিঞাহীৰ দেওৱালতেৰে বনোৱা লাল কেৰাচিনে প্ৰজ্বলিত কৰা এটা চাকিয়ে— তাকো শোৱাৰ সময়খিনিত। আলনাৰ সলনি মৰাপাটৰ ৰচিত কচায়ে কটা ছাগলীৰ দৰে ওলমি আছিল তাৰ বনিয়ন, পায়জামা আৰু দুই-এক অন্যান্য পৰিধেয়। দুটা তক্তা জোৰা লগাই চাৰিটা বাঁহৰ খুটাৰ ওপৰত অনুভূমিক কৰি ৰখা তাৰ টেবিলখনত বিক্ষিপ্তভাৱে পৰি আছিল পুৰণি পাঠ্য, নোট্‌ছ আৰু হৰেক ৰকমৰ মণিহাৰী। আৰু আজি সি ক'ত?

তাৰ মনটো বিদ্ৰোহী হৈ উঠিল!

সি আজি যাৰ অনুগ্ৰহত ইয়াত ৰাজকীয় মৰ্যাদাৰে আসীন হৈছে, সেই অভিমন্যু বৰ্মনেই একালত তাৰ ককাক-বাপেকক হাতে নামাৰি ভাতে মাৰিছিল।

সি ধহমহাই বিচনাত উঠি বহিল।

মানুহ কি এনেকৈয়ে বাঁচি থাকে? কি অদ্ভুত এই বাঁচি থকাৰ কষ্টকৰ প্ৰয়াসছু শত দুখ, শত যন্ত্ৰণা, অলেখ নিৰন্ন-নাবস্ত্ৰপ্ৰায় দিন-ৰাতিৰ চূড়ান্ত ক্লেশ বুকুত সুমুৱাই, দুখৰ জাবকৰসত সকলোকে ডুবাই, আনে শেহটোপাল তেজ শুহি নিয়াৰ পিছতো কি নাৰকীয়ভাৱেই যে সিহঁতৰ দৰে এচাম মানুহে আনৰ পদলেহন কৰি হ'লেও জীয়াই থকাৰ আকাংক্ষা কৰে, যেনেকৈ সিও আজি কৰিছে!

যন্ত্ৰণাই তাৰ প্ৰথম যৌৱনপ্ৰাপ্ত বুকুখন চেপি ধৰিলে। তাৰ চকুৰ আগত ভাহি উঠিল তাৰ আৰু লাহীদলৰ মানুহবোৰৰ আজিৰ পৰিপ্ৰেক্ষিতৰ পাৰ্থক্য। সি অনুভৱ কৰিলে— ঠিক এনেকৈয়ে লুণ্ঠিত নৈৰাজ্যত ত্ৰাস আৰু বিভীষিকাৰ মাজত কালাতিপাত কৰিছে তাৰ লাহীদলৰ নিচিনা দুৰ্ভগীয়া গাঁৱৰ অৱহেলিত, শোষিত প্ৰায় সৰহখিনি মানুহে আৰু তেওঁলোকৰ শ্ৰম আৰু উৎপাদনৰ আগভাগ কাঢ়ি আন অভিমন্যু বৰ্মনহঁতে আজি সমাজৰ নেতৃস্থানীয় ব্যক্তি হিচাপে খিতাপ ভোগ কৰিছে। ইয়াতকৈ চৰম প্ৰহসন এই দেশত আৰু আন কি হ'ব পাৰে? লাহীদলৰ জনসংখ্যাৰ শতকৰা নব্বৈভাগেই আধিয়াৰ শ্ৰেণীৰ— যাৰ শৰীৰ-মন এসাঁজ শাকে-লোণে খোৱাৰ পিছত আন সাঁজ কেনেকৈ মিলিব তাৰ চিন্তাই কোঙা কৰে, যাৰ

মুখৰ ওপৰত আকাশ দেখা একোখন চালি, যিয়ে ঠেটুবা লগা জাবত একবস্ত্র হৈ কঁপি থাকে অপ্রসন্ন ভাগ্যক সুঁৱৰি; অথচ এওঁলোকেই কেঁচুজালিৰ পৰা সূৰ্য্যাস্তলৈ বসুমতী সুফলা কৰিবলৈ দেহ ঘূণীয়া কৰে লবণাক্ত ঘাম মচি মচি, পেটত গাঁথি দি— যেনেকৈ কৰিছে তাৰ ককায়েকে, কৰিছিল দেউতাকে, গোলামি খাটিছিল তাৰ আজোককাকে। তেওঁলোকে শ্ৰম আৰু ত্যাগৰ বাৰিধাৰা বৰ্ষণ কৰি তীৰ্থোদক ছটিয়াই গৈছে যেনা, শিধু, বাংকো, থৈটু, নৰহৰি, অভিমন্যুইহঁতৰ দৰে মানুহৰ পদ্দলিত। আধিৰ ধান দিব নোৱাৰি বিনাবাক্যব্যয়ে মহাজনৰ লাঞ্ছনা মূৰ পাতি লৈছে, নোখোৱাকৈ থাকিও সবৃদ্ধিমূল পৰিশোধ কৰিছে আৰু প্ৰভুসকলক কৃতজ্ঞ চিত্তে গলবস্ত্র হৈ প্ৰণাম কৰিছে বিহু সংক্রান্তি শৰাধত। আৰু কি আচৰিত, কোনেও কেতিয়াও কাৰো অন্যায়ৰ বিৰুদ্ধে এষাৰ প্ৰতিবাদ বাক্য আওৰোৱা নাই, বৰং সকলো স্বাভাবিক— এই সত্য মানি লৈ আকৌ নাঙল চোঁচোৰাইছে, তাৰ বইছে, চাকৰ খটিছে।

আনন্দ ছটফটাই উঠিল। জোনৰ পোহৰে কোঠাটোত ৰেখা টানিছে. তাৰো ভঙা ঘৰটোত চাগৈ পৰলিৰে সৰি পৰা যুতিফুল জোনাক আমোলমোলাই আছে। বহু সময় কি কাণ উনাই থাকিল কিবা এটা যেন চিনাকি শব্দৰ বাবে, অন্ততঃ তামোল গছৰ ঢকুৱা এটা পৰাৰ শব্দৰ বাবে— যিটো সি তাৰ গাঁৱত হয়তো শুনা পালেহেঁতেন।

সি নিজকে সুধিলে, 'মই কি কৰা ভাল?'

নিৰ্জনতাই তাক সিঞাৰি দিলে।

তাৰ আবাল্যৰ সখি, তাৰ সুখ-দুখৰ মধুৰতম বা কৰুণতম মুহূৰ্তবোৰৰ সহচৰ তাৰ ককায়েকৰ মুখখন সমুখত ভাঁহি উঠিল আৰু সি হিয়া ফাটি যোৱা ব্যথাত বিদীৰ্ণ হ'ল। তাৰ ককায়েকে বিচাৰিছে তাৰ এটা সোণালী সুন্দৰ ভৱিষ্যত- -যিটো গঢ়ি দিয়াৰ বাবে সকলো কষ্ট সহিবলৈ তেওঁ প্ৰতিশ্ৰুত। সি যে আজি আপোচ কৰিবলৈ বাধ্য হৈছে— তাৰ একমাত্ৰ কাৰণ তাৰ দৰদী ককায়েকৰ ব্যথাক্লিষ্ট অথচ স্বপ্ন-আকাংক্ষী মুখৰ অভিব্যক্তি।

তৃণা?

তৃণাক সি বুজিব পৰা নাই। সি কোনো দিনে তৃণাক বুজিবলগীয়া পৰিস্থিতিৰ উদ্ভৱ হোৱা নাছিল। কিন্তু আজি সি এক নতুন অননুমেয় অভিজ্ঞতাৰ সন্মুখীন

হৈছে। তৃণাৰ চিন্তা আৰু ধ্যান-ধাৰণাৰ নতুন প্ৰবহমান সুঁতিটো কোন দিশে উদ্দিষ্ট হৈছে, সি ঠিক ধৰিব পৰা নাই। মাথোঁ সি ইয়াকেই বুজিছে— তৃণাই যেন নিজকে অলপো ফাঁকি দিব বিচৰা নাই। লগে লগে সি অনুভৱ কৰিছে আত্মগোপন কৰিবলৈ চেষ্টা নকৰা তৃণাৰ হৃদয়ৰ মৰ্মস্থলত কিবা এক বিষাদ আছে, হয়তোবা একাকীত্বৰ বিষাদ নতুবা ঈপ্সিত লক্ষ্য চুব নোৱৰাৰ স্পৰ্শকাতৰতা, নাইবা সকলো পায়ো একো নোপোৱাৰ অপ্ৰকাশ্য জ্বালা। এনেকুৱাও হ'ব পাৰে যে তৃণাই মাক আৰু দেউতাকৰ-পৰা পাবলগা মৰম চেনেহৰপৰা দুখ লগাকৈ বঞ্চিত হৈছে। নে তৃণাই বোধোদয়ৰ উষা-লগ্নৰ প্ৰথম পোহৰ সত্তাত সিঞ্চিত কৰি জীৱনক সংস্কাৰ কৰাৰ বিপুল সম্ভাৱনাৰ প্ৰতিশ্ৰুতি বহন কৰিছে? কিয়, কিয় বাৰু সি তৃণাক অস্বীকাৰ কৰিব পৰা নাই? সি কিয় তাইক কৈ দিব পৰা নাই— তোমাৰ কোনো অনুৰোধ বা সহায় মই ৰক্ষা বা গ্ৰহণ কৰিব নোৱাৰিম।

ঠিক সেই মুহূৰ্ততে ক'ৰবাত পাগলাদিয়াৰ নিৰ্জন পাৰত চুলিটাৰি মেলি সূৰ্যৰ ফালে মুখ কৰি প্ৰাৰ্থনাৰ ভংগীৰে ওপৰলৈ হাত তুলি বৈ থকা উলুপী নামৰ এজনী কিশোৰীৰ ছবি এখনে তাৰ ভাবৰ আকাশ ঢাকি পেলালে।

'তুমি যেন সুখী হ'ব পৰা নাই, আনন্দ। তুমি যেন দোমোজাত পৰি বিমূঢ় হৈছা।'

পিছৰটো পুৱা প্ৰথমবাৰ দেখাদেখি হওঁতে তাৰ প্ৰশ্নবোধক মুখাবয়ৰৰ অভিব্যক্তি দেখি তৃণাই তাক সুধিছিল।

'কিয় তুমি নিজকে স্থিৰ কৰিব পৰা নাই?' তাই তাৰ প্ৰত্যয়ৰ গভীৰতা জুখিবলৈ চেষ্টা কৰিছিল।

'চোৱা আনন্দ, তোমাক হয় মই বিমোৰত পেলাইছোঁ নতুবা বিপদত বিমূঢ় কৰিছোঁ। কিন্তু মোৰ সামান্য কথা এটা ৰাখিবলৈ গৈ যদি তুমি তোমাৰ আদৰ্শ ত্যাগ কৰিবলগীয়া হয়, ভবিষ্যত জীৱনৰ ক্ষতি সাধন কৰিবলগীয়া হয়, তেনেহ'লে তুমি মোৰ অনুৰোধ নাৰাখিলেই মই সুখী হ'ম। অৱশ্যে তুমি এটা কথা জনা ভাল-

—মই তোমাৰ কোনো অন্যায় কৰিব নিবিচাৰোঁ। আজি তোমাৰ যি মনোকষ্ট, যিহৰ বাবে তুমি আজি কাঙাল হৈছা, যিহৰ বাবে তোমাৰ ককাইদেউ পথৰ ভিক্ষাৰী হৈছে— সেই অন্যায়ৰ বিৰুদ্ধে যুঁজিবলৈ কেৱল আবেগকে সাৰথি নকৰিবা।'

আনন্দ কঁপি উঠিল।

'আনন্দ, আজি কেৱল তুমি অনুভৱ কৰিছা। কিন্তু যেতিয়ালৈকে সবল প্ৰতিৰোধৰ ভিত্তি তুমি বা আমি তৈয়াৰ কৰি ল'ব নোৱাৰিম, তেতিয়ালৈ তুমি বা আমি প্ৰথমতে নিজে নিজক প্ৰস্তুত কৰি লোৱাৰ আখৰা চলাই যাব লাগিব। নহ'লে তোমাৰ ককায়েৰা এদিন এনেকৈয়ে শেষ হৈ যাব, কোনোদিনে তেওঁৰ গৰাহত নবাম নুঠিব।'

আনন্দ বিচলিত হ'ল। তৃণাৰ ভিতৰৰ মানুহজনীয়ে তাৰ আগত কথা কৈছে।

সি মূৰ দুপিয়াই ক'লে, 'কেৱল তোমাৰ অনুৰোধ ৰক্ষাৰ বাবেই নহয়, মোৰ জীৱনটোতো প্ৰস্তুতিৰ প্ৰয়োজন আছে। মই ৰাজী।' সি হাঁহিলে।

তৃণাৰ ওঁঠৰ পাপৰি মুকলি হ'ল।

আনন্দ থাকি গ'ল।

তাৰ ইচ্ছাক অৱমাননা নকৰি তৃণাই কাম কৰা ল'ৰা দুজনৰ হতুৱাই গ্ৰাহিতাৰ থকা কোঠাটোৰ কাষৰ সৰু কোঠাটো মানুহ থাকিব পৰা কৰি দিলে। তাত পাতি দিয়া হ'ল এখন একজনীয়া খাট, এখন সৰু টেবিল আৰু পঢ়া-শুনা কৰাত সুবিধা হোৱাকৈ এখন চকী। তৃণাই পুৰণি আলনা এখন দিবলৈ বিচাৰিছিল, আনন্দই তাৰ সলনি এডাল ৰচি বিচাৰিলে। হ'ব, ইমানেই হ'ব। প্ৰয়োজন মানুহৰ ইচ্ছাশক্তিৰ অধীন।

আনন্দই এখন সৰু এক্সাৰচাইজ বুক কিনি আনিলে। তৃণাৰপৰা ধাৰ কৰিবই লাগিব, কিন্তু ঋণ সি পৰিশোধ কৰিব। খাতাত হিচাপ-নিকাচ টুকি নথলে পাহৰি যাব পাৰে। তৃণাই আনন্দৰ এই ব্যৱস্থাৰ কথা বুজি নাপালে।

বি, বৰুৱা কলেজত সি এডমিচন ল'লে। তৃণাই কৈছিল কটনেই ভাল হ'ব বুলি। সি মান্তি নহ'ল। পঢ়াৰ ইচ্ছা আৰু প্ৰৱণতা থাকিলে কলেজ লৈ একো কথা নাই।

তেতিয়াৰ প্ৰিন্সিপাল হেম বৰুৱাই প্ৰথম দৰ্শনতে তাক কৈছিল, 'ইমান ভাল নম্বৰ পাই চায়েন্স নপঢ়িলা যে! কটনলৈ নগ'লা কিয় ?'

'ইচ্ছা নাই।'

হেম বৰুৱাই হাঁহিলে। ক'লে, 'ভালকৈ পঢ়িবা। ভাল ছাত্ৰ পালে আমিও যথাসাধ্যে চেষ্টা কৰি চাম।'

বৰুৱাই তাক ঘৰুৱা কথাও সুধিলে। শেষত ক'লে, 'বি. এ. টো পাছ কৰি লোৱা। তাৰ পিছত মই কি কৰিব পাৰোঁ কৰিম। কিবা অসুবিধা পালে মোক জনাবা।'

হেম বৰুৱাৰ ব্যক্তিত্বত গুণমুগ্ধ হৈ সি নমস্কাৰ জনাই হলৰপৰা ওলাই আহিল। ঘৰলৈ আহি নোটবুকত তাৰিখ দি লিখি থ'লে— তৃণাৰ ধাৰ ১৬৭.৫০ টকা।

এডমিছনৰ পিছত তৃণা আৰু সি খোজকাঢ়ি কাঢ়ি ঘৰলৈ উভতিছিল। তৃণাই সুধিলে, 'তোমাৰ কেনে লাগিছে, আনন্দ ?'

'ককাইদেউ আৰু নবৌ থাকিলে আজি নিশ্চয় খুব সুখী হ'লহেঁতেন।' আনন্দৰ উত্তৰত তৃণা সন্তুষ্ট নহ'ল। তাই আকৌ সুধিলে, 'তোমাৰ ভাল লগা নাই ?'

'অনুভৱ কৰিবলৈ চেষ্টা কৰা নাই।' আনন্দই হাঁহি হাঁহি ক'লে। কিন্তু তৃণাৰ গম্ভীৰ মুখ দেখি তাইৰ মন প্ৰফুল্লিত কৰিবলৈ সি ক'লে, 'ভাল কেনেকৈ লাগিব ? তুমি একাপ চাহ খুৱাবকে বিচৰা নাই। পিয়াহত মোৰ কণ্ঠ মৰুভূমিৰ দৰে শুকান হৈ পৰিছে।'

'তাকেনো নোকোৱা কিয় ?' তৃণাৰ কণ্ঠত মধুৰ অনুযোগৰ স্বৰ ধ্বনিত হ'ল। দুয়ো লাহে লাহে সাধাৰণ কেবিন এখনলৈ সোমাই গ'ল।

চাহ খাই থাকোঁতে আনন্দই ক'লে, 'মোৰ এটা অনুৰোধ আছে।'

তৃণাৰ মনটো কিবা অপ্ৰকাশ্য কাৰণত ভাল লাগি আছে, 'মোৰো এটা দাবী আছে।'

উভয়ে হাঁহিলে। পাগলাদিয়াৰ বিস্তীৰ্ণ দুপাৰত যেন কঁহুৱাবোৰ এইমাত্ৰ ফুলি উঠিল।

আনন্দই খালি কাপটোত টুকুৰিয়াই টুকুৰিয়াই সুধিলে, 'তোমাৰ দাবী পেচ কৰা।'

'বোধহয় কালিৰ দিনটোত উনৈছ বছৰ আগত মই জন্মিছিলোঁ। মোৰ মা বাচি থাকিলে কালিলৈ অনুষ্টুপীয়াকৈ হ'লেও দুই-চাৰিজনক নিমন্ত্ৰণ কৰি

খুৱালেহেঁতেন। দেউতাৰ এইবোৰ মনত নাথাকে। যোৱা বছৰটোত মই তেওঁক সাত দিনো ওচৰত পোৱা নাই।' তৃণা হঠাতে গম্ভীৰ হৈ পৰিল, তাই লাহে লাহে ক'লে, 'এইবাৰ তুমি ওচৰত আছা। এয়ে মোৰ আনন্দ। মোৰ জন্মদিনত মই সদায় লাহীদলৰ সককালছোৱা সুঁৱৰি ভালপাওঁ। কিমান মুকলি আছিল সেই দিনবোৰ! আনন্দ, কালিলৈৰ দিনটোত তোমাক মই এযোৰ কাপোঁৰ দিব খোজোঁ। তোমাৰ প্ৰয়োজনো আছে। এই ঋণ তুমি পৰিশোধ কৰিব নালাগে।'

'তৃণা', আনন্দই ক'লে, 'এটা চৰ্তত মই ৰাজী হ'ব পাৰোঁ। মই নিজে বাছি-বাঢ়ি খাব বিচাৰোঁ।'

তৃণাৰ সিক্ত চকুত তাইৰ মনোবেদনা বিৰিঙি উঠিল। ক'লে, 'ঠিক আছে। মইতো আজীৱন অকলশৰীয়ায়েই।'

তৃণাৰ সেমেকা চকুহাললৈ চাই আনন্দৰ বেয়া লাগিল। সি আন কিবা এটা কথা জোৰকৈ ভাবিবলৈ চেষ্টা কৰিলে। অলপ পিছত দুয়ো ওলাই আহিল।

ঘৰলৈ আহি গা-পা ধুই তিনিমান বজাত আনন্দই তৃণাৰ লগত একেলগে ভাত খালে। ভাগৰ লগাত সি বিচনাত পৰা মাত্ৰকে টোপনি গ'ল। আবেলি কাম কৰা ল'ৰাটোক তৃণাৰ কথা সোধাত সি ক'লে, 'বাইদেউ অথনিয়েই ওলাই গ'ল।'

'গাড়ী নিয়া নাই যে।'

'নাই, বাইদেউ খোজ কাঢ়িয়েই গৈছে।'

আনন্দৰ খুব বেয়া লাগিল। আবেলিটো যেন আনদিনাতকৈ বিষণ্ণ আৰু নিস্তৰংগ হৈ পৰিছে।

তৃণা ভুবন চৌধুৰীৰ ওচৰলৈ গৈছিল।

চৌধুৰী ৰাজগড়ত থাকে। তেওঁক লগ ধৰি উভতি আহোঁতে তৃণাৰ বেছ পলম হ'ল।

অকলে বৈ থাকি থাকি আনন্দৰ বৰ আমনি লাগি গৈছে। সি যেন বুজি পালে— নিঃসঙ্গতাও দুঃসহ, কষ্টকৰ। তৃণাৰ মনোকষ্টৰ অন্যতম কাৰণ যদি

নিঃসংগতা হয়, তেনেহ'লে সেয়া বেছ স্বাভাৱিক বুলিয়েই আনন্দৰ ধাৰণা হ'ল। এই ঘৰখন বৰ নিজম পৰি থাকে। কি দিন, কি ৰাতি, সকলো সময়তে কপৌৰ কণৰ দৰে ৰণিত হয় নীৰৱতাৰ স্বৰ। কাম কৰা ল'ৰা দুজন থাকে, জেঠীয়েক এগৰাকী থাকে, আনকি যাবলৈ নোকোৱা পৰ্যন্ত কৰ্তব্যৰ অপেক্ষাত ড্ৰাইভাৰজনো থাকে; কিন্তু কোনেও যেন শব্দ কৰি কথা ক'ব নাজানে, ডাঙৰকৈ হাঁহিবলৈ নিশিকিলে, কেৱল চাবি দিয়া পুতলাৰ দৰে জোখৰ সময়ত জোখৰ কাম কৰি যায়। ডাঙৰকৈ হোৱা শব্দৰ ভিতৰত তৃণা নাথাকোঁতে বাজি উঠা টেলিফোনৰ ক্ৰিং ক্ৰিং শব্দটোৱেহে ক্ষণিক সৰৱতা দান কৰিছিল। ওচৰত তেনেকৈ কোনো ঘৰো নাই, হাই-উৰুমিও নাই। পাহাৰৰ জংঘলত শিয়াল আৰু ফেউৰাই কাচিতহে হোৱা দিয়ে।

আনন্দ বাৰাণ্ডাতে বহি আছিল। হেমন্তৰ পাতল ঠাণ্ডা পৰিছে। তাৰ জাৰ লগা যেন ভাব হ'ল। তথাপি ক'লৈকো উঠি যাবলৈ মন নোযোৱাত সি একে ঠাইতে তৃণাৰ অপেক্ষাত বহি থাকিল। তাৰ দৃষ্টি নিবদ্ধ হ'ল কেৱল পদূলিৰ গেটখনত।

কাম কৰা ল'ৰাজনে তাক ইতিমধ্যে দুকাপ চাহ আনি দিছে। সি নিবিচৰা সত্ত্বেও 'খাওক, নহ'লে বাইদেৱে বেয়া পাব' বাক্যটো ব্যৱহাৰ কৰি ল'ৰাজনে তাৰ নিৰ্দিষ্ট কাম কৰি গ'ল।

ল'ৰাটোৰ লগতে কথা পাতিবলৈ তাৰ মন গৈছিল। কিন্তু সি বৰ ব্যস্ত যেন দেখুৱালে। সি কেৱল এটা কথাৰে উত্তৰ দিলে ঃ তাৰ নাম মহীধৰ, ঘৰ কৈঠালকুচিত। কৈয়েই 'কাম আছে' বুলি সি গুচি গ'ল।

আনন্দৰ ঘৰলৈ বৰকৈ মনত পৰিছিল। ককায়েকৰ সপোন দেখা মনটোৱে, নবৌৱেকৰ সাদৰী ব্যৱহাৰে, দেউতাকৰ নিঃশেষিত প্ৰায় জীৱদ্দশাই তাৰ সমুখত চিত্ৰ-বিচিত্ৰ আল্পনা আঁকিলে। একে অনুষংগত ভাঁহি উঠিল বিধৱা বাইদেৱেক আৰু ভনীয়েক জবাৰ প্ৰতিবিম্ব। মথুৰৰ শিশু সুলভ মুখখনে তাক আনমনা কৰি তুলিলে।

আৰু এক মধুৰ মন্তাজৰ দৰে পৰ্দাত বিম্বিত হ'ল উলুপীৰ হৃদয়, যাক সি কোনোদিনে বিচ্ছিন্ন কৰি ভাবি চাব পৰা নাই।

গেট খোলাৰ শব্দ হ'ল।

তৃণা আহিছে। সি অন্ধকাৰতো নিৰ্ভুলভাৱে মনিব পাৰিলে।

মহীধৰে বাৰাণ্ডাৰ লাইটটো গেট খোলাৰ শব্দ হোৱাৰ লগে লগে জ্বলাই দিলে।

আনন্দই থিয় দিলে আৰু বাৰাণ্ডাৰপৰা লাহে লাহে নামি আহিল।

'ক'লৈ গৈছিলা?' সি সুধিলে।

অনুভৱ কৰিলে তৃণা আহি ওচৰত থিয় হোৱাৰ লগে লগে বিয়পি পৰিছে দেহৰ এক আশ্চৰ্যতম আৱিষ্কাৰযোগ্য সুষমা। ফুলৰ সুবাস লোৱাৰ দৰে সি সেই অন্তৰংগ আঘ্ৰাণত এক নবীনতম মাদকতা লাভ কৰিলে। তৃণাই তাৰ কথাৰ উত্তৰ দিয়াৰ আগতে সি তাইক নিৰীক্ষণ কৰিলে কেনোদিনে অনুভৱ নকৰা আকুলতাৰে। তৃণাই সাধাৰণ কপাহী ড্ৰাপোৰ এযোৰ পিন্ধি গৈছিল। চুলিখিনি খোপা বন্ধা।

তৃণাই ক'লে, 'এটা দৰ্কাৰী কামত ওলাই গৈছিলোঁ। তোমাক কৈ যাবলৈ নহ'ল। তুমি কেনিও ওলাই যোৱা নাই?'

'তোমাৰ ঠাণ্ডা লাগিব পায়। কিবা এখন গাত লোৱা।' আনন্দই ক'লে।

'তুমি অলপ বহাঁ। মই এতিয়াই ভিতৰপৰা আহিম।' কৈয়েই তৃণা ভিতৰলৈ গ'ল।

সি আগৰ বহা ঠাইতে বহিল। কোনো এক ৰহস্যময় দৃষ্টিকোণৰপৰা সি তৃণাক বুজিবলৈ চেষ্টা কৰিলে। সি যেন এটা দুখৰ কবিতাৰ স্তৱকৰ ৰূপত তৃণাক সজাই দিব বিচাৰিলে। আন্ধাৰবোৰলৈ চাই থাকি সি সন্ধ্যাৰ শৰীৰ মেদবহুল হোৱাৰ ইঙ্গিত পালে। জৰী গছৰ ডালে পাতে নিঃসংগ জোনাকীবোৰৰ ভ্ৰমণৰ গতিত সেই সেই একে বিষাদেই ওলমি আছে যেন। পাগলাদিয়াৰ সিটো পাৰে যেন দূৰে দূৰে ধনগুলৈ জ্বলিলে কঁহুৱানিৰ ফাঁকেৰে জোনাকী জ্বলা যেন লাগে, – তাৰ মনত পৰিল। লগে লগে পাগলাদিয়াৰ চিনাকি সোঁতটোৰ লগতে লাহীদল, শাকতলে তাৰ মনৰ চকুত পোহৰ পেলালে।

তৃণা আহি তাৰ ওচৰত বহে মানে ভালেখিনি পলম হ'ল। এখন পাতল বগা কাশ্মিৰী শ্বাল তৃণাই গাত লৈছে।

ক'লে, 'বহু পলম কৰিলোঁ নেকি?'

'নাই, নাই', আনন্দই ক'লে, 'সেই কথা মই ভবা নাই। তুমি ক'লৈ গৈছিলা? আবেলিটো মই বহি বহিয়েই কটালোঁ।'

'কেনে লাগিল?'

'তোমাৰ কষ্টত সমব্যথী নহৈ মোৰ উপায় নাই।'

'মানে?'

'অকলে অকলে থকাত আনন্দ থাকিব পাৰে, পিছে যন্ত্ৰণাৰ অংশও কম নহয়। কবিৰ বাবেহে নিৰ্জনতাৰ দাম বেছি।'

'তেনেহ'লে বুজিছা?' তৃণাই হাঁহিলে আৰু লগে লগে সুধিলে, 'একাপ চাহ খাবা নেকি? নে একেবাৰে ভাতকে খাবা?'

'দুবাৰকৈ চাহ খালোঁ! ভাত খালেই হ'ব।' আনন্দই ক'লে।

'মই ভুবন চৌধুৰীৰ ওচৰলৈ গৈছিলোঁ। তোমাক কৈছিলোঁ হ'ব পায়– তেখেত নাইট স্কুল এখনৰ চেক্ৰেটাৰী। তোমাক কালিলৈ লগ ধৰিবলৈ কৈছে।' তৃণা ৰ'ল।

'তৃণা!'

'মোৰ কৰ্তব্য মই কৰিছোঁ। তুমি চাকৰিটো পাবা। ভেঞ্চাৰ স্কুল। অংকৰ শিক্ষক লাগে। এইটলৈকে পঢ়ুৱাব লাগিব। মাহে ষাঠী টকাকৈ দিব। প্ৰগ্ৰেছ দেখিলে সময়ত টকা বঢ়োৱাৰ কথা মেনেজিং কমিটিয়ে বিবেচনা কৰি চাব পাৰে।'

আনন্দই চিত্তচাঞ্চল্য অনুভৱ কৰিলে, আনহাতে একে থিৰে তৃণালৈ চাই থাকি আনন্দই বুজি পালে সৌন্দৰ্যৰ গভীৰ গহনত মুকুতাৰ দৰে প্ৰভাসমান সমাহিত ৰূপৰ আবেদন কিমান মৰ্মস্পৰ্শী।

তৃণাক সি কিবা এটা ক'ব বিচাৰিছিল, কিন্তু কি ক'ব যুকিয়াই ল'ব নোৱাৰিলে। মৌন হৈ ৰ'ল। তৃণাই কিবা এটা ভাবি আছে।

তৃণাই ক'লে, 'দুপৰীয়া দেউতাৰপৰা এখন টেলিগ্ৰাম আহিছে। কিবা কামত ভাৰতৰ বাহিৰলৈ এমাহমানৰ বাবে যাব। আৰু লিখিছে— টকা পঠাইছে। চিন্তা কৰিব নালাগে। বৰ আনন্দৰ কথা, নহয়নে?'

এই প্ৰশ্নৰ কোনো সদুত্তৰ আনন্দই যুগুত কৰিব নোৱাৰিলে।

সি মাত্ৰ ক'লে, 'খুৰাক লগ পোৱা হ'লে মোৰ বৰ ভাল লাগিলহেঁতেন। আচলতে লগ পোৱাৰ প্ৰয়োজনো আছিল।'

'কিন্তু দেউতাৰ লগততো তোমাৰ কোনো দৰকাৰ থাকিব নালাগে।'

আনন্দই হাঁহি ক'লে, 'আছে। বাৰু বাদ দিয়া। তুমি মোৰ কোঠাটো চোৱায়েই নাই। নোচোৱা? তৃণা, মই তোমাক কেনেকৈ কি ভাষাৰে কৃতজ্ঞতা জনাম?'

তৃণাই সংহত কণ্ঠৰ মাধুৰ্যৰে ক'লে, 'তোমাৰ সমুখত অসংখ্য কৰ্তব্য পৰি আছে। কৃতজ্ঞতা পিছতো জনাবা।' দুয়ো উঠিল। কাম কৰা ল'ৰাটোৰে ভাত বাঢ়ি দিয়া বুলি ক'লে।

'বলা, ভাত খাওঁ।' তৃণাই ক'লে, 'তুমি আজি ৰাতি ইয়াতে থাকা। আমি কথা পাতিম। তোমাৰ মুখৰপৰা মই গাঁৱৰ খবৰ লোৱাকে নাই। উলূপী ভালে আছে আনন্দ?'

আনন্দই তাৰ সৰ্বশৰীৰৰত এটা জোকাৰণি অনুভৱ কৰিলে।

আনন্দৰ নতুন জীৱন আৰম্ভ হ'ল। লাহীদলৰ জীৱনধাৰাৰ লগত মানসিকভাৱে বিচ্ছিন্ন নোহোৱা সত্বেও কৰ্ম আৰু ঘটনাৰ স্ৰোতে তাক এটা সম্পূৰ্ণ বেলেগ মোহনাৰ পিনে টানি নিবলৈ ধৰলে। ৰাতিপুৱালেই সি ভাত ৰান্ধে, সময় পালে অলপ পঢ়ে, ন বজাত ক্লাছলৈ ওলাই যায় আৰু তাৰ পিছত বাহিৰে বাহিৰে খোজ কাঢ়ি কম্বাচল পায়। ষাঠী টকা দৰ্মহাৰ বিনিময়ত ৰাতি নটালৈ সি বিভিন্ন কচমৰ ছাত্ৰৰ মূৰৰ গোবৰ আঁতৰাই সেই শূন্য স্থানত ঘিউ ঢালিবলৈ চেষ্টা কৰে। সি বুজি পায়— ফলাফল শূন্যই হ'ব, কাৰণ দিনৰ স্কুলত ছিট নোপোৱা বা পালেও নপঢ়া বহু পকেটমাৰ, পিয়ন, দুট-তিনিটা সন্তানৰ পিতৃক জ্ঞান দিবলৈ যাওঁতে সি নিজেই মূৰ্খ বনি যায়। অৱশ্যে দৈনন্দিন ৰসসিক্ত অভিজ্ঞতাবোৰে তাক যি হাঁহিৰ সমল যোগায়, সেয়াই তাৰ ওপৰঞ্চি লাভ। কি দীনা হায় মোৰ জন্মভূমি— য'ত বিদ্যাৰ ঠাইত অবিদ্যাৰ, মুক্তিৰ ঠাইত দাসত্বৰ ৰাজত্ব অধিকতৰ ফলপ্ৰসূ! আত্মগ্লানি আৰু লঘিমাৰ কদৰ্য অনুভৱে তাক দিনে-ৰাতিয়ে লেহন কৰে, তাৰ শান্তিৰ সময় অৱশ্যম্ভাৱী ধৰাশায়ী কৰি তোলে; অথচ তাৰ প্ৰতিটো পৰৱৰ্তী সন্ধ্যাত সি কম্বাচল নৈশ স্কুলত এলজেব্ৰা, জ্যামিতি আৰু ভূগোল পঢ়ুৱায়। নিজৰ কোঠাটোলৈ উভতি আহি তলা খুলিয়েই আন্ধাৰে-মুন্ধাৰে সি বিচনাত চিতভোলোঙা দি পৰি যায়; কেতিয়াবা ভাগৰত জৰ্জৰিত শৰীৰটোৱে খোলা দুৱাৰ খোলা থকা অৱস্থাতে বিচনাখনক ৰাতি পুৱালৈকে কামুৰি থাকে। পুৱাৰ পোহৰত নিজকে তদ্ৰূপ অৱস্থাত আবিষ্কাৰ কৰি সি লজ্জিত হয়। প্ৰতিটো লহমাক অবিশ্বাস কৰাৰ অত্যন্ত প্ৰৱণতাত তাৰ মানসিকতা পীড়িত হয়, তথাপি সি ধৃতি এৰা নাই। যেন তাৰ বাবে এয়ে সত্য, এয়ে কৰণীয়, এয়ে আত্মোদ্ধাৰৰ পাথেয়। বাস্তৱৰ পৰা সিতো ভীৰুৰ দৰে পলায়ন কৰিব নোৱাৰে। তাৰ ককায়েকে যদি নিৰ্মম সংগ্ৰামত নতি স্বীকাৰ নকৰাকৈ দৃঢ়

পদক্ষেপে আগবাঢ়িব পাৰে, বৌৱেক যদি ককায়েকৰ অনুপমা সহচৰী হ'ব পাৰে, সি নোৱাৰিব কিয় আপোচহীন সংগ্ৰামত ব্ৰতী হ'বলৈ? তাৰ পিছে পিছে আহি আছে লাহীদলৰ অগণিত নিৰন্ন বুভুক্ষু মানুহ। তৃণা? তৃণাও আহিব নেকি? সি যেন দিবাস্বপ্নহে দেখিলে।

বিলীয়মান প্ৰতিটো দিন, আঁতৰি যোৱা প্ৰতিটো ৰাতিয়ে তাৰ শাৰীৰিক শক্তি শুহি নিলেও তাৰ মনক নতুন প্ৰেৰণাৰে বান্ধি ৰাখিব বিচাৰে। সি নতুন প্ৰাণ চাঞ্চল্যেৰে আকৌ পিছৰটো দিনক অভিবাদন জনায়। কলেজলৈ যায়, স্কুলত পঢ়ুৱায়, সপ্তাহত দুটা টিউচন কৰে। তথাপি নোট বুকত তৃণাৰ নামৰ বিপৰীতে ধাৰৰ সংখ্যা বাঢ়ি যায়। মাজে মাজে দুৰ্বলতাই তাক হেঁচি ধৰে— সি হাতত লোৱা কাম শেষ কৰিব নোৱাৰিব নেকি?

আজিকালি তৃণাক সি প্ৰায় লগ নাপায়েই। সি শুই উঠাৰ আগেয়ে তৃণা কলেজলৈ ওলাই যায়। সি ৰাতি ঘৰ সোমায় মানে তৃণাৰ কোঠাৰ লাইট নুমায়। কেৱল ৰবিবাৰে বা বন্ধৰ দিনত সি তৃণাক দেখা কৰে।

তৃণাই আগৰ দৰে কথা পাতিবলৈ মন নকৰে।

মাথোঁ সদায় সোধে, 'তোমাৰ একো অসুবিধা হোৱা নাইতো? টকা লাগিব নেকি?'

সি প্ৰায়ে কয়, 'নাই, নাই, ঠিকেই চলি আছোঁ।'

তৃণাই কথা পতাৰ কাৰণে বেছি সময় দিব নোখোজে। কাম আছে, পঢ়িব লগা আছে বুলি অজুহাত দেখুৱাই আঁতৰি যায়।

তৃণাক সি বুজিব নোৱৰা হৈ পৰিছে। হয়তো তাইৰ কিবা এটা পৰিবৰ্তনো হ'ব পাৰে। আনন্দই সেই বিষয়ে আৰু একে নাভাবিবলৈ চেষ্টা কৰে।

মাজে মাজে সময় পালে সি ককায়েক আৰু সুৰথলৈ চিঠি লিখে। এবাৰ উলুপীলৈও লিখিছিল। তাই কোনো উত্তৰ নিদিলে। আনন্দই অৱশ্যে কোনো অভিমান নকৰিলে। হয়তো চিঠি লিখিবলৈ উলুপীৰ সময় হোৱা নাই।

টিউচনৰ টকা পালে সি ককায়েকলৈ মাজে মাজে সামান্য টকা পঠায়।

টকা পোৱাৰ পিছত ককায়েকে খং কৰি তালৈ লিখে, 'তই পঢ়িবলৈ গৈছ নে আমাৰ কাৰণে টকা ঘটিবলৈ গৈছ? আমি কিবাকৈ চলিম। তই মাথোঁ ভালকৈ পঢ়া-শুনা কৰ।'

আনন্দই অনুভৱ কৰে— বৈকুণ্ঠৰ দৰে ককায়েক এজন পোৱাটো তাৰ বাবে পৰম সৌভাগ্য।

সুৰথে চিঠিৰ উত্তৰত গাঁৱৰ কথাহে লিখে। তাৰ চিঠিৰ আগৰপৰা গুৰিলৈ কেৱল শোষণ, অবিচাৰ, আধিয়াৰৰ দুখ-যন্ত্ৰণাৰ বিবৰণ থাকে আৰু শেষত সি বিস্ফোৰণ ঘটায়। সি হেনো কিবা এটা কৰিব। সাংঘাতিক কিবা কথা। সি প্ৰস্তুতি গোটাইছে।

সুৰথৰ স্পষ্ট মনটোৰ স্বীকাৰোক্তিত আনন্দই এক নৱজীৱনৰ স্ফুৰণৰ ইঙ্গিত বিচাৰি পায়।

অভিমন্যু বৰ্মনৰ লগত দেখা হৈ গ'ল। বৰ্মনে কোনো আন্তৰিকতা নেদেখুওৱাকৈ তাৰ লগত দুই এটা সাধাৰণ কথা পাতিলে।

'তুমি ঘনকান্তৰ ল'ৰা?'

'হয়।'

'কোন কলেজত পঢ়িছা?'

ক'লে।

'মোৰ ঘৰ-দুৱাৰবোৰ আছেনে? এৰা, বহুদিন যাওঁ যাওঁ বুলিও যাব পৰা নাই। ঠিক আছে, অসুবিধা নহ'লে ইয়াতেই থাকি পঢ়া।'

গুচি গ'ল। ব্যস্ত মানুহ। গাড়ী বৈ আছে।

আনন্দৰ কষ্ট হ'ল। অভিমন্যু বৰ্মনহঁতৰ শ্ৰেণীচৰিত্ৰ এনেকুৱাই। খুটলিব জানে, প্ৰয়োজন শেষ হ'লে দলিয়াবও জানে।

তৃণা তেতিয়া নাছিল।

ৰাতি তাই তাৰ কোঠাৰ দুৱাৰত থিয় হ'ল। আনন্দ আচৰিত।

'তুমি?'

'এৰা, চিনি পোৱা নাই?' তৃণাক কন্ধ যেন লাগিল। আনন্দই হাঁহি ক'লে, 'ভিতৰত নবহা জানো?'

তৃণা একে ঠাইতে থিয় দি থাকিল।

'দেউতাই তোমাক দেখা কৰিছিল?'

'অঁ।'

'কি ক'লে?'

'তুমি এনেকৈ কথাবোৰ কৈছা যেন মই গুৰুতৰ অপৰাধত অপৰাধী। দেউতাৰাই মোক এনে কি ক'ব পাৰে যে তুমি চিন্তা কৰিব লাগিব?'

তৃণা একো নোকোৱাকৈ আঁতৰি আহিল।

আনন্দই নুবুজিলে—তৃণাই ভয় কৰি আছিল দেউতাকে তাৰ লগত কিবা কঠোৰ ব্যৱহাৰ কৰিছে বুলি। তৃণাই কিন্তু মনে মনে সন্তুষ্টি লাভ কৰিলে— আনন্দৰ মনত দুৰ্ভাৱনাৰ একো চিন নেদেখি। আনন্দৰ ওচৰত ধৰা দিবলৈ তৃণাৰ এতিয়াই মন যোৱা নাই। আচৰিত হৈ আনন্দই কেৱল তৃণা যোৱাৰ পথটোলৈ চাই থাকিল।

বছৰ বাগৰিছে। আনন্দই কেৱল অনুভৱ কৰি গৈছে—চাৰ্কাছৰ জন্তুৰ দৰে কিবা এক অদ্ভুত শক্তিৰ নিয়ন্ত্ৰণত সি কছৰৎ কৰি গৈছে। সেই একে গতানুগতিক জীৱন, সেই একে পথ, একে কৰ্তব্যৰ আহ্বান। পৰীক্ষা দিছে, ভালকৈয়ে পাছ কৰিছে, হেম বৰুৱাৰ অভিবাদন আৰু আশীৰ্বাদ পাইছে। পৰীক্ষাৰ সুখবৰত তৃণাৰ মুখমণ্ডলতো সি সুখৰ বেঙণি দেখিছে। শ্বহীদললৈ গৈছে। তাতো সি দহজনৰ অকুণ্ঠ স্বীকৃতি পাইছে। পাহিৰ মুখত নিটোল পৰিতৃপ্তিৰ পূৰ্ণতা দেখি আনন্দই স্বস্তি পাইছে, বৈকুণ্ঠৰ আনন্দই তাক প্ৰেৰণা দিছে, সুৰথৰ শুভেচ্ছাই তাৰ ভৱিষ্যতক ফুলাৰ মন্ত্ৰ শুনাইছে।

দেউতাকৰ গাত বগা দাগবোৰ বিকৃতভাৱে ফুটি উঠিছে। আনন্দই যন্ত্ৰণাত চাটি ফুটি কৰিছে। তাৰ হাতত টকা নাই। বৈকুণ্ঠ কপৰ্দকহীন। দুবাৰো খেতি নহ'ল। কাঁহৰ কাঁহী, চৰিয়া, থান সিজোৱা থালী এক এক কৰি বেচা গৈছে। কলপাত কাটি ভাল খাব লাগে। তথাপি পাহিয়ে হাঁহিবলৈ পাহৰা নাই, বাইদেৱেকে কাম কৰিবলৈ এৰা নাই। যৌৱনৰ প্ৰথম কেঁচুৱা ৰূপকণে খিলখিলাবলৈ শিকিছে। তাৰ অফুৰন্ত হাঁহিত বাঁচি থকাৰ প্ৰেৰণা আৰু মমতা সকলোৰে জীৱনলৈ গভীৰভাৱে বিয়পি পৰিছে।

আনন্দই বাপুকণৰ কাৰণে চোলা-পেন্ট এযোৰ নিছিল।

জৰাই পিন্ধাই দি চিঞৰি উঠিল, 'আই ঐ, চোৰা চোন, কিমান শুৱাইছে! জোনমণি আমাৰ, ধনমণি আমাৰ।'

পাহিয়ে হাঁহি দিলে, 'ইমান দামী বস্তুনো তাৰ কাৰণে কিয় আনিলা, বাপু?'

আনন্দৰ ভাল লাগিল। এই নৱজাতকে তাৰক—তাৰ পৃথিৱী সুন্দৰ, মাত্ৰ সি জীৱনত সংগ্ৰাম কৰি যাব লাগিব।

দেউতাকে মাতিলে, 'বাপু।'

সি ওচৰলৈ গৈ দেউতাকৰ শেতেলিতে বহিল। বুঢ়াই তাৰ চুলিত হাত ফুৰাই ক'লে, 'ডাঙৰ বাপুই মোৰ চিকিৎসা কম কৰা বুলি নাভাবিবি। তোৰ পঢ়া কাম, পঢ়। মই ভালে থাকিম। বুঢ়া মানুহ, হোঁ।'

দেউতাকে বাৰ্দ্ধক্যৰ লগত আপোচ কৰিছে। জীৱনৰ অব্যক্ত যন্ত্ৰণা চেপি ৰাখি শেষ দিনকেইটা স্বাভাৱিকভাবেই পাৰ কৰি দিবলৈ তেওঁ বিনা দ্বিধাই প্ৰস্তুত।

বৈকুণ্ঠক সি সুধিলে, 'মহাজনে মাটি কাঢ়িছে নেকি?'

'একো কোৱা নাই। খেতি কাৰোৱেই ভাল হোৱা নাই। সিধু জেঠাই অৱশ্যে কেৰ-ঘেঁচ কৰি থাকে। আখি দিলে বোলে লাভ নাই। ঠিকা হিচাপত ময়ো ল'ব নোৱাৰোঁ। মই এটা কথা ভাবিছোঁ।'

'কি?'

'আমাৰ গাঁৱতো খেতিৰ মাটি নোহোৱা মানুহবে সংখ্যা বেছি। দীঘেলী বিজাৰ্ভখনৰ কাৰণে এছ-ডি-চিক দৰ্খাস্ত এখন দিয়াই ভাল হ'ব নেকি? সুৰথেও তাকে কৈ আছে।'

'মানুহবোৰে কি কয়? আলোচনা কৰি চা—। কথাটো বেয়া নহয়। কিন্তু সকলোৰে এক হৈ আগবাঢ়িব লাগিব।'

'থৈটু কৰিবাজে বিধি পথালি দি আছে। বিজাৰ্ভ তেওঁক লাগে, কাৰণ বিজাৰ্ভৰ চাৰিসীমাৰ মাটি তেওঁৰ। একালত হেনো বিজাৰ্ভ তেওঁৰে আছিল।'

'অকাট্য যুক্তি!'

বৈকুণ্ঠই হাঁহি ক'লে, 'মানুহৰ লোভৰ জানো শেষ আছে? পিছে আমি কিবা এটা কৰিম। সুৰথ আছে যেতিয়া চিন্তা নাই। পিছে কবিৰাজে এছ-ডি-চিক বহু টকা ঢালিছে যেন পাওঁ।'

আনন্দই ক'লে 'দহজনে একেলগ হৈ ঠেলিলে নাও বামেৰেও যাব ককাইদেউ।'

'এৰা।' বৈকুণ্ঠই প্ৰত্যয়ভৰা কণ্ঠেৰে ক'লে।

এই বিষয়ে সুৰথৰ লগত আলোচনা কৰিব বুলি আনন্দই ভাবিছিল। সুৰথ ঘৰত নাই। বামপন্থী আন্দোলন এটাত ভাগ ল'বলৈ সি সৰিহলৈ গৈছে। চাৰি দিন মান হ'ল। কেতিয়া আহে ঠিক নাই।

উলুপীক লগ পালে।

উলুপীয়ে তাৰ ফালে অভিভূত হৈ চাই থাকিল। আনন্দক বহিবলৈ ক'বও পাহৰিলে। আনন্দও শিঁহৰিত হ'ল। উলুপীয়ে ফ্ৰক এৰি ঘৰতে বোৱা কপাহী মেখেলা চাদৰ এযোৰ পিন্ধিছে। আনন্দৰ দৃষ্টিত নিবদ্ধ হ'ল মধুৰ মন্তাজ ঃ আয়ত চকুৰ ক'লা মণিৰ গম্ভীৰতা, দীঘল চুলিৰ আলুলায়িত সৌন্দৰ্য, ওঁঠৰ আফুলন হাঁহিৰ সুষমতা, দুটা যমজ উত্তাল তৰংগ, ছন্দায়িত দেহৰ অমলিন কৌমাৰ্য— যি দাৰিদ্ৰ্য ক্লেশ যন্ত্ৰণাৰ মাজতো স্ব-প্ৰতিভাত, স্বীয় মহিমাৰে উজ্বল।

'কেতিয়া আহিছা?' নিৰ্বাচিত প্ৰশ্ন।

'খবৰ পোৱা নাই?' বিতৰ্কিত উত্তৰ।

'ভালে আছা?'

'তই?'

আনন্দ বহিল। ঘৰটোৰ চাৰিওফালে চকু ফুৰাই চালে। পৰিপাটিকৈ সজাই থোৱা সত্বেও প্ৰতিটো বস্তুৰে অতি স্পষ্ট ভাষাত দাৰিদ্ৰ্য ঘোষণা কৰিছে।

আৰু যেন কাৰো একো ক'বলগীয়া নাই। নিমাত। আনন্দই তাৰ সমগ্ৰ সত্তাত এক অননুভূত আকুলতা অনুভৱ কৰিলে। উলুপীয়ে তাক যেন সৰ্বশক্তিৰে তাইৰ কাষলৈ টানি লৈ গৈছে। এই আকৰ্ষণ বাৰণ কৰা তাৰ পক্ষে সম্ভৱপৰ নহয়।

'ঘৰ কেনেকৈ চলিছে?'

'তুমি নাজানা নেকি?'

আনন্দই জানে। তথাপি সি সুধিলে। অনুভৱ কৰিলে, সি উলুপীক আঘাত কৰিছে।

'পঢ়া-শুনা কৰিছা?'

'আমাৰ আৰু পঢ়া-শুনা? খাবলৈ যাৰ ভাত নাই, পিন্ধিবলৈ যাৰ কাপোৰ নাই, তাৰ কাৰণে এইবোৰ বিলাস, নহয়নে?'

আনন্দই একো উত্তৰ দিব নোৱাৰিলে।

সুধিলে, 'চিঠি এখন দিছিলোঁ (?)?'

'অঁ।' তাতকৈ বেছি উলুপীয়ে একো নক'লে।

হঠাৎ তাৰ চকু পৰিল— উলুপীয়ে আঁচলেৰে চকু দুটা মোহাৰি লৈছে।

'কি হৈছে তোৰ?'

'কি হ'ব? ভাবিছোঁ— আমাৰ দৰে মানুহৰ জীয়াই থকাৰ অধিকাৰ আছেনে নাই।' উলুপীৰ প্ৰতিটো শব্দই আনন্দৰ বুকুত বজ্ৰৰ দৰে শব্দ কৰি গ'ল। ক'লে, 'তয়েই মোক প্ৰেৰণা দিছিলি আৰু তয়েই আজি দুৰ্বলৰ দৰে কথা কৈছ। শোভা পোৱা নাই।'

উলুপীয়ে ক'লে, 'তোমাকতো অস্বীকাৰ কৰা নাই।' কৈয়েই তাই চাহ কৰিবলৈ গ'ল।

ইতিমধ্যে শাৰদা আহিল। নদীলৈ গৈছিল। আনন্দক পাই তাই হাহাকাৰ লগাই দিলে। তাই যে দুখৰ মাজতো কেৱল হাঁহি হাঁহি ইহবাৰ জানে।

বহু দিনৰ মূৰত সেইবাৰেই আনন্দ প্ৰথম ঘৰলৈ গৈছিল। গুৱাহাটীলৈ ঘূৰি আহি সি প্ৰাণত কেৱল পাগলাদিয়াৰ প্ৰবাহ অনুভৱ কৰিলে। প্ৰেমৰ অশ্ৰু নক্ষত্ৰ বুলি তাৰ ভাব হ'ল। উলুপীৰ অবিচল হৃদয়ৰ ঐককেন্দ্ৰিক চিন্তা-অনুভূতি-ভাব-ভালপোৱাই তাক ক্ষণে ক্ষণে মুগ্ধ কৰিবলৈ ধৰিলে। ককায়েকৰ অভগ্ন হৃদয়ত যি ত্যাগ আৰু সংগ্ৰামৰ কীচক-বেণু বাজি আছে, ৰিণিকি ৰিণিকি সেই সুৰ নিবিড় নিৰ্জনতাত সি শুনা পালে।

ককায়েকে সুধিছিল, 'বিজাৰ্ভ সম্পৰ্কে কি কৰা ভাল হ'ব? দেখিছইতো, খেতি কৰিলেও পাগলাদিয়াৰ প্ৰতাপত বাদ্ধি ৰাখিব নোৱাৰোঁ। প্ৰতি বাৰে মথাউৰি ছিগি যায়।'

আনন্দই কৈছিল, 'আগতে মাটিহীন মানুহক সংগঠিত কৰিব লাগিব। ৰাতিয়া, ডিম্বে, মনহঁবিহঁতক বুজাব লাগিব। সুৰথতো আছেই।'

'পিছে সকলোৱে কবিৰাজক ভয় কৰে।'

'ভয় ভাঙিব লাগিব। অধিকাৰ প্ৰতিষ্ঠা কৰিবলৈ গ'লে ভয় বিসৰ্জন দিব লাগিব।'

ফ্ৰানজ্ ফাননৰ কথা মনত পৰিছে। তুমি নিজকে পুনৰাবিষ্কাৰ কৰিব নোৱাৰিবা যেতিয়ালৈকে তুমি বিদ্ৰোহ নকৰা, যেতিয়ালৈকে অত্যাচাৰীৰ তেজেৰে তোমাৰ হাত ৰক্তাক্ত নহয়। ঔপনিবেশিক কৰ্তা আৰু ধনতান্ত্ৰিক সমাজ-ব্যৱস্থা কায়েম কৰি ৰাখিব বিচৰা প্ৰভুসকলৰ শত শত বছৰৰ অকথ্য অত্যাচাৰে তোমালোকক এনে নিৰ্মমভাৱে পিষ্ট কৰিছে যে তুমি পাহৰি গৈছা তুমি মানুহ, তোমাৰ মাজতো স্ফুলিংগ আছে, তুমি নিজকে হীনৰ পৰা হীনতৰ কৰিছা নিজৰ ওচৰত।

আনন্দক ককায়েকে দুদিনমান বেছিকৈ থাকিবলৈ কৈছিল। পাহিয়ে জোৰ কৰিছিল। স্কুল আছে কাৰণে সি থাকিব নোৱাৰিলে। তথাপি সুৰথৰ অপেক্ষাত সি এদিন বেছিকৈ থাকিল। কিন্তু সুৰথ নাহিল।

উলুপীক সি অলপ টকা দিছিল। তাই বাৰে বাৰে নালাগে বুলি কোৱা সত্ত্বেও সি নুশুনিলে। আনন্দই অনুৰোধ কৰিলে, 'অভিমান নকৰিবি। মইতো তোক পুতৌ কৰিব বিচৰা নাই। সুৰথ নাই। ঘৰখনোতো চলিব লাগিব।'

পাহিয়ে আনন্দক জনাইছিল — উলুপীহঁতে সপ্তাহত দুঁসাজো ভালকৈ খাবলৈ নাপায়। সুৰথে কিবা এটা কৰা হ'লে ভাল আছিল—। দুখ লাগে।

'মই পৰাখিনি দিয়ে থাকোঁ। পিছে ঈশ্বৰে মোকো যে দান কৰাৰ শকতি নিদিলে'; পাহিয়ে তাৰ আগত দুখ কৰি কৈছিল, 'কিন্তু উলুপীৰ দৰে ছোৱালী মই দেখা নাই। তাইৰ ৰাজহাড় বৰ পোন। ভাঙি নপৰে।'

আনন্দৰ মনটো বিষাদত উতলি উঠিছিল।

তাৰ হাতত বেছি সময় নোহোৱা সত্ত্বেও সি ৰাতিয়া আৰু ডিম্বেক লগ ধৰি বিজাৰ্ভ দখল কৰা সম্পৰ্কত কথা পাতিলে। কিন্তু তাৰ ধাৰণা হ'ল— সিহঁত বৰ দুৰ্বল। আচলতে সিহঁতক মেৰুদণ্ড পোন কৰি চলিবলৈ প্ৰভুসকলে নিশিকালে, সিহঁতেও জীৱনৰ কোনো অৰ্থ আৰু সম্ভাৱনা উদঘাটন কৰিবলৈ নিশিকিলে। ৰাতিয়া আৰু ডিম্বেই প্ৰতিটো কথাতে কবিৰাজক স্মৰণ কৰিলে— যেনিবা

কবিৰাজৰ বাহিৰে অখণ্ড ক্ষমতা, বিৰল প্ৰতিপত্তি লৌকিকত দ্বিতীয়জনৰ নাই।

মানুহৰ বৰ অভাৱ, বৰ হাহাকাৰ। সিহঁতৰ দৰে মানুহবোৰৰ হাহাকাৰ আৰু বেছি। কিন্তু খাব-পিন্ধিব নোপোৱা সত্ত্বেও এওঁলোকে ক'বলৈ নিবিচাৰে—খাব নোপোৱা বুলি। প্ৰতিবাদ কৰাতো দূৰৰে কথা।

আনন্দই এইবোৰ কথাকে ভাবি আছিল চকী এখনত বহি। তাৰ দৃষ্টিত আবেলিৰ নাতি-গাঢ় ছাঁয়া। আজি কাৰৰ কোঠাত থকা ড্ৰাইভাৰজনো নাই। হাতত সময় থাকিলে ড্ৰাইভাৰ মদন কুমাৰে তাৰ লগত দুই চাৰিটা কথা পাতে। বেছিভাগ তাৰ নিজৰে কথা। সম্ভৱতঃ সি আজি গাড়ী লৈ ওলাই গৈছে। তৃণাৰ কলেজত কিবা বিচিত্ৰানুষ্ঠান আছে হবলা। তৃণাও ঘৰত নাই।

তৃণাই হয়তো সি আজি ঘৰৰ পৰা উভতি আহিব বুলি নাজানে। জানিলেও তাৰ বাবে অপেক্ষা নকৰিলেহেঁতেন কিজানি। তৃণা প্ৰায় তাৰপৰা আঁতৰি থাকে। তৃণাৰ এই আকস্মিক পৰিবৰ্ত্তনে তাক ক্ষুণ্ণ নকৰা নহয়। সি মাজতে এই ঘৰ এৰি দিয়াৰ কথাও চিন্তা কৰিছিল। তৃণাৰ গাত অভিমন্যু বৰ্মনৰ তেজ থকাটোৱেইতো স্বাভাৱিক। আক্ষেপ কৰি লাভ কি ? বৰ্মনেতো প্ৰথম বাৰৰ সেই ক্ষণিক দৰ্শনৰ বাহিৰে বহুবাৰ এই ঘৰলৈ আহ-যাহ কৰা সত্ত্বেও তাৰ ভালবেয়াৰ খবৰ এটাও নকৰিলে। এই কথা মনলৈ অহাৰ লগে লগে তাৰ নিজকে হীন যেন লাগিল।

অন্ধকাৰবোৰে চাৰিওফালৰপৰা তাক যেন অকলে পাই হেঁচি ধৰিছে। সি লাইটটো জ্বলাই দিলে আৰু বিস্ময়ত চিএৰি উঠিল, 'তৃণা!'

ক'তা, সিতো গাড়ীৰ শব্দ নুশুনিলে। ইমান নিঃশব্দে এজন মানুহ তাৰ ওচৰত থিয় দি আছে— অথচ সি গম পোৱা নাই !

'আচৰিত হৈছা ?'

'নাই, নাই', সি আত্মগোপন কৰাৰ প্ৰয়াস কৰিলে, 'আচৰিত হ'ম কিয় ? আহা, বহাহি। মই আকৌ তুমি ঘৰত নাই বুলিহে ভাবিছিলোঁ।'

'খবৰ এটা লোৱাৰো প্ৰয়োজন বোধ নকৰিলা ?' তাৰ বিচনাত বহি তৃণাই সুধিলে। আনন্দই এই প্ৰশ্নৰ একো উত্তৰ দিব নোৱাৰিলে। সি লক্ষ্য কৰিলে তৃণাৰ ওঁঠ দুখনি কঁপি আছে।

'মই আবেলি আহি পাইছোঁ।' সি ক'লে।

'জানো।'

'তোমালোকৰ ঘৰখন ভালদৰেই চলি আছে ?'

'সুখবৰ। মোৰ কিন্তু এই খবৰৰ প্ৰয়োজন নাই।' তৃণাক গম্ভীৰ দেখা গ'ল।

'তুমি ভালে আছা ?'

'ক'ব পাৰা। বৈকুণ্ঠকাইতৰ কেনে ?'

আনন্দই যথাসম্ভৱ ক্ষিপ্ৰতাৰে তাৰ ঘৰৰ আৰু গাঁৱৰ কথা কৈ শেষত মোখনি মাৰিলে,....'সেই একেই আছে। কিন্তু অভাৱ বাঢ়িছে, দাৰিদ্ৰ্যৰ বোজা মেটমৰা হৈছে।'

আনন্দই তৃণালৈ চাই এক অদ্ভুত মায়া অনুভৱ কৰিলে। এক বিশীৰ্ণা নদীৰ দৰে তাই শান্ত, অনুত্তাল! কিবা এক দুশ্চিন্তাই, কিবা এক অভাৱবোধে তৃণাক যেন কুটি কুটি শেষ কৰি আনিছে।

'আনন্দ, কথা এটা সুধিলে বেয়া নোপোৱাতো ?'

শুনিবলৈ আনন্দ উদ্‌গ্ৰীৱ হৈ ৰ'ল, 'কোৱা।'

'তুমি বাৰু মোক কেতিয়াবা বুজিবলৈ চেষ্টা কৰিছানে ? জানো – তোমাৰ সময় কম, চিন্তা বেছি। তথাপি ?'

স্বচ্ছ পানীৰ মাজেৰে অগভীৰ নদীৰ তলি দেখাদি আনন্দই যেন তৃণাৰ হৃদয়ৰ গভীৰ দেখা পালে। এক নিকৰুণ অন্তৰ্দাহ তাত বটবৃক্ষৰ দৰে শিপাই আছে।

আনন্দ মন্ত্ৰমুগ্ধৰ দৰে তৃণাৰ ওচৰ চাপি গ'ল। পত্ৰাকৰ্ষই অৱলম্বন বিচাৰি আগবঢ়াৰ দৰে তৃণাৰ মূৰটো তাৰ বাউসিত হাউলি পৰিল। সি দেখা পালে– তৃণাৰ চকু দুটা লাহে লাহে মুদ খাই আহিছে।

তাৰ পিছত বহুদিনলৈ তৃণা অন্ধকূপত সোমাই থাকিল। সন্ধ্যাৰ সেই অসতৰ্ক মুহূৰ্তৰ দুৰ্বলতাই তাইক সলজ্জ অনুভূতিৰে সিক্ত কৰি ৰাখিছে হয়তো।

তৃণাৰ এম্‌-বি বি-এছ ফাইনেল পৰীক্ষাও ওচৰ চাপিছে। আনন্দৰো বি.এ., ফাইনেললৈ বেছি দিন নাই। পৰীক্ষাৰ প্ৰস্তুতিৰ অজুহাতত আঁতৰি থকাটো সম্ভৱপৰ হৈছিল।

ফাইনেল পৰীক্ষাৰ কেইদিনমান আগতে সুব্ৰথৰ সেই দুৰ্ঘটনাটো ঘটিল। আনন্দৰ সকলো মনোযোগ বিচ্ছিন্ন হৈ গ'ল। সি গাঁৱলৈ দৌৰিলে। তৃণাইও তাক ক'লে 'তুমি এদিনৰ বাবে হ'লেও যোৱা উচিত। এই মুহূৰ্তত উলুপীৰ তোমাকেই বেছি প্ৰয়োজন।'

আনন্দই তৃণাক উলুপীৰ কথা কৈছিল।

তৃণাই উত্তৰ দিছিল, 'তুমি উলুপীক বাঁচি থাকিবলৈ সম্ভৱপৰ সকলো দিব লাগিব। আনন্দ, মোতকৈ উলুপীৰ প্ৰয়োজনৰ দাম বহু বেছি।'

'তথাপি', তৃণাই তাক বুজাবলৈ চেষ্টা কৰিছিল, 'তুমি পৰীক্ষাটো দিয়া। ক্ষতি আগুৰিবলৈ আৰু বেছি ক্ষতি নকৰাই ভাল আনন্দ।'

তৃণাক বুজিবলৈ তাৰ আৰু কোনো কষ্ট নহয়। তাৰ দ্বিধা নাই, সংকোচ নাই, মনৰ জড়তা সম্পূৰ্ণ আঁতৰিছে। সি তৃণাৰ ওচৰত সম্পূৰ্ণ সহজ। তৃণাই তাক স্পষ্টভাৱে কৈ দিছে, 'চোৱা আনন্দ, অস্বীকাৰ নকৰোঁ— তোমাক মই বিচাৰিছিলোঁ। কেনেকৈ মই নাজানো, ক'বও নোৱাৰিম। কি ঠিক, প্ৰথমতে তোমাক মই হয়তো অন্য দৃষ্টিৰে চাইছিলোঁ। মোৰ ভিতৰখন ইমানেই উকা আছিল যে তোমাক পাই মোৰ নিজকে ভৰপূৰ যেন লাগিছিল। আজিও লাগে। কিন্তু মই মোৰ অনুভূতিৰ ভুল শুধৰাব পাৰিছোঁ।'

আনন্দ অভিভূত হৈ পৰিছিল। জীৱনটো ইমান সৌন্দৰ্যময়, ইমান বাঞ্ছিত বুলি ইয়াৰ আগতে তাৰ কোনো দিনে ধাৰণাই হোৱা নাছিল।।

এম. বি. বি. এছ ফাইনেল পৰীক্ষাত বহাৰ আগতে তৃণাৰ লগত তাৰ সেয়ে শেষ কথা। সিও মনটোৰ বিক্ষিপ্ততা আঁতৰাই পৰীক্ষাৰ বাবে সাজু হৈছিল।



মোৰ এই উপন্যাস প্ৰায় শেষ হ'বৰ হ'ল।

তাৰ আগতে মই আপোনালোকক কিছু সময়ৰ কাৰণে লাহীদললৈ নিব খোঁজো।

লাহীদলৰ সিধু জেঠা, বাংকা দেউ, ঘেনা মহাজন, ঘেঁটু কবিৰাজইঁতক আপোনালোকে মনত ৰাখিছে নিশ্চয়। আপোনাৰ বিবেচনাত তেওঁলোকৰ শ্ৰেণী চৰিত্ৰ কেনেভাৱে মূৰ্ত হৈছে নাজানো, তেওঁলোকে কিন্তু সকলো সময়তে শক্তিৰ শিখৰত অভিষেক পাতিবলৈ চেষ্টা কৰি আহিছে। লাহীদলৰ সমাজত বিচ্ছিন্নতা আহিলেও এওঁলোকে কিন্তু ছলে-বলে-কৌশলে প্ৰভুত্ব ঘটাবলৈ যত্ন কৰিছে। মাটি এওঁলোকৰেই। পাগলাদিয়াই, জেঠৰ বাৰথৰে নিশ্চিহ্ন কৰা পথাৰৰ খেতিৰ দুৰৱস্থা দেখি এওঁলোকৰ মাটিৰ আধিয়াৰসকলে হামৰাও কাঢ়ি চকুপানী টোকা অৱস্থাতো এওঁলোকৰ ভঁৰাল উদং নহয়। সৰল সুত, চক্ৰবৃদ্ধি সুতে এওঁলোকৰ ভঁৰাল মজবুত কৰি ৰাখিছে।

সিধু জেঠাৰ কাল শেষ হৈ আহিছে যদিও লোহিতে তেওঁক অনুসৰণ কৰিছে। যেনা মহাজনে গাওঁ আৰু চহৰত সকলো প্ৰতিপত্তি বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছে; তেওঁক বল যোগাইছে দুই অসুৰ পুতেক ৰাৱণ আৰু সহদেৱে। ঘেঁটু কবিৰাজে পুতেক কামাখ্যাক মন্ত্ৰ শিকাইছে— তেওঁৰ অপূৰ্ণ আকাংক্ষাবোৰ পূৰণ কৰাৰ পথ আৰু ৰণনীতি সুগম কৰি।

বৈকুণ্ঠহঁতক এঘৰীয়া কৰা হৈ গৈছে। ঘনকান্তই তেওঁৰ শেত্ৰেলিত জীৱনৰ শেষ দিনকেইটা গণি গণি মুক্তিৰ খেণলৈ অপেক্ষা কৰিছে।

বৈকুণ্ঠই কিন্তু মুঠি ঢিলা কৰা নাই। উলুপীয়ে জীয়াই থকাৰ মনোবল হেৰুওৱা নাই। হৰিচৰণে গাখীৰৰ ব্যৱসায় কৰি আছে।

লোহিতে ঠিকা ঠুকলি আৰম্ভ কৰিছে। পাগলাদিয়াৰ মথাউৰি বন্ধাৰ ঠিকা এটা পাই সি কিছু টকা কৰিছে। আজিকালি সি ফিট্‌বাবু হৈ ঘূৰে।

ৰাতিয়া, ডিম্বেহঁতে কিন্তু আগৰ দৰেই কবিৰাজ বা মহাজনক ভয় কৰি চলে। সিহঁতৰ তেনে একো পৰিবৰ্তন হোৱা নাই। কোনেও কিন্তু খাবলৈ নাপায়।

বৈকুণ্ঠই কাকো সংগঠিত কৰিব নোৱাৰিলে। সি ৰাতিয়াহঁতক বুজাই চাইছিল, একো ফল নহ'ল।

সিধু জেঠাৰ পুতেক লোহিত আৰু কবিৰাজৰ পুতেক কামাখ্যাই বিজাৰ্ডৰ আধা নিজৰ হাতলৈ নি খেতি আৰম্ভ কৰিছে।

দীঘেলী বিজাৰ্ড লাহীদলৰ গো-চৰণীয়া পথাৰ। একালত শ্মশান আছিল। তাত শিমলু কেইজোপামান আছে। তাৰ তলত এতিয়াও মৃতকৰ চিতা সজা হয়।

বিজাৰ্ড দখল হোৱা দেখিহে ৰাতিয়া, ডিম্বে, প্ৰেমোহঁতৰ চকু মুকলি হ'ল। সিহঁতে প্ৰথমতে জেঠা-খুৰাহঁতক কুটুৰি চালে। জেঠাহঁতৰ শুনাৰ সময় নাই। লোহিতে ভয় খুৱাই দিছে। কামাখ্যাই এটা বন্দুক কিনাৰ কথা ৰাষ্ট্ৰ হৈ গৈছে। এছ-ডি-চিয়ে গুৰিত থৰি বল দিছে কাৰণে সিধু জেঠা আৰু কবিৰাজৰ বুদ্ধিৰ ধাৰ বাঢ়িছে, ভোগ দখলৰ প্ৰস্তুতি ঘটিছে।

বৈকুণ্ঠ দৃঢ়মনা। যাৰ মাটি নাই, সিহে মাটি পাব লাগিব। চৰকাৰে মাটিহীনৰ মাজত ভূমি-বণ্টনৰ ব্যৱস্থা কৰিছে। লাহীদলৰ পঁচাসৰ্কৈ ঘৰ মাটিহীন আধিয়াৰে পাই প্ৰতি তিনি বিঘাকৈ দীঘেলী বিজাৰ্ডৰ মাটি পাব লাগিব। এই ন্যায্য দাবীক কোনো শক্তিয়ে মথিমূৰ কৰিব নোৱাৰে।

আৰু ইচ্ছা কৰিলেই কোনো মহাজনে আধি দিয়া মাটি কাঢ়ি নিব নোৱাৰিব। চিৰকাল সিহঁতক মাটিৰ মালিকেইতো শোষণ কৰি আহিছে। তেওঁলোকেও বুজক — কাৰ যহত সেই মাটিয়ে উৎপাদন দিছে। অনুভৱ কৰক — কাৰ শ্ৰমে তেওঁলোকক সমাজৰ মুৰব্বী কৰি ৰাখিছে। এদিন অভুক্ত থকাৰ যন্ত্ৰণা তেওঁলোককো উপলব্ধি কৰিবলৈ বাধ্য কৰা হওক।

প্ৰথমতে আহিল নন্দ। বৈকুণ্ঠই নন্দৰ লগত কথা পাতিলে।

নন্দৰ লগত পিছদিনা আহিল জগন্নাথ। জগন্নাথে বৈকুণ্ঠক বুজি পালে।

তাৰ পিছত আহিল পৰ্বানন্দ, মুকুন্দ। লাহে লাহে আহিল ৰাতিয়া, বিনন্দ, সৰ্বানন্দ, ডিম্বে, প্ৰেমো, মাধব। এদিন দীঘেলী বিজাৰ্ডত পঞ্চাছখন হাল দেখা গ'ল। লাহীদল ভাঙি আহিছে ! জন-কলৰোলত বিজাৰ্ডৰ মাটি কঁপি উঠিল। বৈকুণ্ঠৰ হালখনৰ পিছে পিছে সীৰলু ফালি আগবঢ়ি গ'ল পঞ্চাছখন নাঙল, পঞ্চাছজন মানুহ, কমেও পাঁচশ সমবেত জনতা।

বৈকুণ্ঠই আনন্দলৈ চিঠি লিখিলে, '... আমিয়েই শেষত জয়ী হ'লোঁ।'

# শেষ অধ্যায়



প্ৰিয় পাঠক-পাঠিকা,

এয়া কেৱল এখন লাহীদলৰে কথা নহয়, কামৰূপৰ পাগলাদিয়া-পাৰৰ এখন গাঁৱৰে কথা নহয়, অসমৰ সকলোতে মোৰ এই উপন্যাসৰ প্ৰতিনিধিসকল ঠিক এনেকৈয়ে বাঁচি আছে। তেওঁলোকে জীৱনত সংগ্ৰাম কৰিছে, পৰাজিত হ'লেও প্ৰত্যাহ্বান গ্ৰহণ কৰি যুঁজি আছে; জয়যাত্ৰাত সহযাত্ৰী হৈছে। আহক, আমি এওঁলোকক ওলগ জনাওঁ।

পাহিৰ কথা মনত আছে? পাহিৰ কথাৰেই মই এই উপন্যাস আৰম্ভ কৰিছিলোঁ।

বাচনীটাৰ হাতত লৈ পাহিয়ে কাণ উনালে। গুম্ গুম শব্দ এটা হৈছে। মনোযোগেৰে পাহিয়ে অনুধাৱন কৰিবলৈ চেষ্টা কৰিলে।

এক মুহূৰ্ত মাত্ৰ। পাহিয়ে চিঞৰি দিলে। সোণেমাইহঁতৰ ঘৰৰপৰা বিকট চিঞৰ ভাঁহি আহিল। মাধৱে ৰাস্তাই ৰাস্তাই দৌৰি লাহীদলৰ মানুহক সাৱধান কৰি দিলে। গোটেই গাওঁখনতে বিদ্যুৎ-গতিত ত্ৰাসৰ সঞ্চাৰ হ'ল।

পাগলাদিয়াই মথাউৰি ভাঙিলে।

পাহিৰ ভৰিৰ গাঁঠিত পানী লাগিল। তাৰ পিছত কলাফুলত। কঁকাল পালে। ঘৰটোৰ খুটাবোৰত কোঁ কোঁ শব্দ হ'ল। শহুৰেকৰ ঘৰটো কঁপিবলৈ ধৰিলে। চিঞৰ এটা মাৰি পাহি বৈকুণ্ঠৰ ওচৰলৈ দৌৰি গ'ল। শুই থকা বাপুকণক গাৰ জোৰেৰে সাৱট মাৰি ধৰিলে। আনখন হাতেৰে তাই মথুৰক ওচৰ চপাই ল'লে। কুমো আৰু জবা দেউতাকৰ ওচৰলৈ দৌৰি গ'ল। চোতালত তেতিয়া বুকুমানলৈ পানী উঠিছে। সোঁতৰ কোবত পানী ভাঙি এখোজো আগবাঢ়িব নোৱাৰি।

চিঞৰ-বাখৰত আকাশো যেন ফালি যাওঁ ফালি যাওঁ হৈছে। ক'তো কাৰো কথা বুজি পোৱাৰ উপায় নাই। গৰু-ছাগলীৰ হেম্বেলনিত মানুহৰ মৰম-বেথাৰ হৃদয় মুহুৰ্মুহুঃ কঁপি উঠিছে। আবাল-বৃদ্ধ-বনিতাৰ আৰ্ত চিৎকাৰত নদীয়ে কিৰিলি পাৰি হাঁহিছে।

কেইমিনিটমানৰ ভিতৰতে লাহীদলৰ ঘাই ৰাস্তাৰ ওপৰত নাও চলিবলৈ ধৰিলে। পঘা ছিঙি গৰু-ম'হবোৰে যেনি-তেনি ঢপলিয়াবলৈ ধৰিছে, পোৱালিবোৰে সাঁতুৰি সাঁতুৰি জীৱন-ৰক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। অসহায় দৰ্শকৰ দৰে বিপৰ্যস্ত মানুহবোৰে নিমাখিত প্ৰাণীবোৰৰ আলাই-আথানি দেখি চকুপানী টোকাৰ বাহিৰে উদ্ধাৰৰ একো ব্যৱস্থা ল'ব পৰা নাই।

ডেকা ল'ৰাবিলাকে আপ্ৰাণ চেষ্টা কৰি সোঁতৰ বিপৰীতে নাও চলাই দুৰ্ভগীয়া মানুহবোৰক বৰপুখুৰীৰ গুৰু পাৰটোত তুলিছে। উটি অহা মেটেকাৰ দ'ম আৰু জাঁজীত লাগি নাৱৰ টিং বজি যাওঁ যাওঁ।

নদীৰ প্ৰবল সোঁতে লোহিতে বন্ধা দুই ফাৰ্লং দীঘল মথাউৰি খহাই দিলে।

পানী চাঙত লগাৰ লগে লগে পাহিয়ে গাৰ জোৰেৰে হাঁয়ে-বিয়ে লগাই চিঞৰিবলৈ ধৰিলে। বৈকুণ্ঠ বিচনাতে উঠি বহিল। সি ভৰিখন দাঙিব পৰা নাই। অসহ্য বিষ। তাৰ এখন নাও নাই। সি পানীত ভৰি পাতিব নোৱাৰে। তাৰ গোহালিৰ গৰু হালৰ কি অৱস্থা হ'লগৈ কোনে জানে? পাহিয়ে বান্ধ খুলি দিবলৈ পাহৰিলে।

সি হেম্বেলনি শুনিছিল। তাৰ পিছত কোনো শব্দ নাই। কুমো আৰু জবা দেউতাকৰ ঘৰত। সিহঁতে হয়তো চিঞৰিবলৈ পাহৰি গৈছে।

মাজ-মজিয়াত এডাল সাপ।

পাক-ঘৰটোৰ বেৰকিখন পৰি গ'ল।

বৈকুণ্ঠই আস্ফালন কৰিবলৈ ধৰিলে।

চাঙৰ খুটাকেইটাই মেৰ্মেৰ্ শব্দ কৰিছে। আৰু বেছি সময় নাই। চাংখন খহি যাব।

কেবল বেৰকেইখন আৰু সিহঁত উঠি থকা চাংখনৰ বাহিৰে ঘৰটোৰ বাকী সকলো বস্তু পানীয়ে হয় বুৰাই পেলাইছে, নহয় উটাই নিছে।

মানুহবোৰে বাৰু সিধু জেঠাৰ ওখ ভেটিত আশ্ৰয় লৈছে নেকি? বৈকুণ্ঠই ভাবিলে। উলুপীহঁতৰ বা কি হ'ল? পাহিয়ে চিন্তা কৰিলে।

ডিম্বেৰ নাও আহিল। পিচে পিছে প্ৰেমোৰখনো। তাৰ পিছত জগন্নাথৰখন।

জগন্নাথ আৰু ডিম্বেই ধৰাধৰি কৰি বৈকুণ্ঠক নাৱত তুলিলে। সমাজে এৰৰীয়া কৰা বৈকুণ্ঠক, বাংকাই পৰাচিত্ত কৰি শুদ্ধি কৰিব বিচৰা ঘনকান্তক নাৱত তুলি জগন্নাথে বৰপুখুৰীপাৰলৈ নাও চলাই দিলে। আনখন নাৱত গ'ল পাহিহঁত।

ঘনকান্তৰ মুখত মাত নাই। কেৱল স্পন্দন আছে। তেওঁৰ ওঁঠ দুখনে পানীৰ পৰা বামত তোলা মাছৰ দৰে কলমটিয়াই আছে।

তীব্ৰ আক্ৰোশত বৈকুণ্ঠৰ চকুলো ওলাল! তাৰ বুকুখন কিন্তু শিলৰ দৰেই কঠিন হৈ গৈছে।

ঘনকান্তক বৰপুখুৰীপাৰত তোলা মাত্ৰেই মানুহৰ মাজত বিভিন্ন প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল। কিন্তু চৰম বিপদৰ সময় কাৰণে কোনেও একো উচ্চ-বাচ্য নকৰিলে। কিন্তু বহুতেই মুমূৰ্ষু মানুহজনৰপৰা সমাজচ্যুত হোৱাৰ ভয়ত আঁতৰি থাকিল।

ঘনকান্তক আগুৰি আছে কুমো, জবা, মথুৰ, পাহি, ডিম্বেহঁতৰ দলটোৱে। কাৰো কৰিবলগীয়া একো নাই। ঘনকান্তৰ শেষ সময় চমু চাপি আহিছে।

এই চৰম দুৰ্যোগৰ সময়তো পাহিয়ে বেঙা মেলি ইকালে-সিকালে উলুপীক দেখে নেকি চালে। অগণন মানুহ। প্ৰত্যেকেই নিজক লৈ ব্যস্ত। মানুহ বিমান, গৰু-ছাগলী তাতকৈ বেছি। প্ৰাণৰ ভয়ত সকলোৱে এই ওখ ঠাইখিনিকে শেষ আশ্ৰয় হিচাপে বাচি লৈছে।

ভীষ্মহঁতে মানুহ কঢ়িয়াই আছে। এতিয়াও বহু মানুহ আহিবলৈ বাকী।

উলুপীহঁত কিজানি আহিবই পৰা নাই। পাহিৰ বুকুখন হম্‌হমাই উঠিল। আজি আনন্দ ওচৰত থকা হ'লে!

ডিম্বে এবাৰ ওচৰলৈ আহিল। ব্যগ্ৰ হৈ পাহিয়ে সুধিলে, 'উলুপীহঁতক আনিছা?'

'গৈছিলোঁ। কাকোতো নোপালোঁ।' ডিম্বেই ক'লে।

চাফিওফালে চকুৰে মনিব পৰালৈকে কেৱল পানী। আকাশ অন্ধকাৰ। বিজুলীয়াই আছে। বৰষুণ কণিয়াইছে। মেটেকাৰ দ'মৰ ওপৰত সাপ উটি আহিছে। নাৱৰ লগিৰে কোবাই শৰতে দুডালো ফেঁটী মাৰিলে। তাকে দেখি সৰু সৰু ল'ৰা-ছোৱালীবোৰে আনন্দ কৰিছে।

খাবলৈ কাৰো একো নাই।

দুই একে সান্দহৰ টেকেলি আনিছিল। গলিয়াওঁতেই উদং হ'ল। পেটৰ কলমলনিত ৰ'ব নোৱাৰি অনাহাৰী শিশুবোৰে চিঞৰিছে আৰু মাকৰ চেপেটা স্তনৰপৰা শেষটোপা অমৃত শোষণ কৰিবলৈ মৰ-কামোৰ দিছে।

চাওঁতে চাওঁতে বেলি লহিয়ালে।

পানী বাঢ়ি গৈ গৈ আনকি বৰপুখুৰীপাৰত লাগিল। মানুহবোৰে অসহায়ভাৱে দৌৰা-দৌৰি কৰি উদ্ধাৰৰ উপায় চিন্তা কৰিছে।

শাকতলো ডুবিছে। বহু দূৰৰপৰা শাকতলৰ মানুহক পানীৰ লগত যুঁজি থকা দেখা গৈছে।

চকা পাটত বহাৰ অলপ পিছতেই মুখ-আন্ধাৰৰ পৰত ঘনকান্তই শেষ উশাহ ল'লে।

পাহিহঁতৰ সমবেত চিৎকাৰত বৰপুখুৰীপাৰৰ মাটি বিদীৰ্ণ হ'ল।

ষড়াননহঁতৰ দলটোৱে সাহায্য প্ৰাৰ্থনা কৰিবলৈ তিনি মাইল নাও চলাই ৰৰমাৰ বি.ডি.অ'ৰ ওচৰলৈ গৈছিল। আঠজনৰ দল। দুখন নাওঁ। ডিম্বে আৰু

প্ৰেমোও লগত আছিল। সিহঁত দূৰি আহি নোপোৱালৈকে কনকান্তৰ মৰাশটো পুখুৰীৰ পাৰতে পৰি থাকিল।

পানী হেনো তিনিমাইলমানলৈকে বিয়পিছে। প্ৰেমোই জনালে ব্লকলৈকে নাও এৰি বাৰেবে সিহঁত প্ৰায় আধা মাইলমানহে খোজকাঢ়ি আহিছিল।

বিয়দলে কাউৰী-শগুণেকো পাইছে। নহ'লেনো সিহঁতে বৰপুখুৰী পাৰৰ আইত জোপাত খিতাপি ল'ব কিয় ?

প্ৰেমোইতে কনকান্তৰ মৃত্যুৰ খবৰ পাই দুখ কৰিলে। আটাইকেইটাই বৈকুণ্ঠক ঘেৰি ধৰি সান্ত্বনা দি ক'লে, 'বিজাৰ্টো পানীৰ তলত বুলিয়েই ক'ব পাৰি। তথাপি শ নিব লাগিব। আনে নিনিলে মই মোৰ নাৱতে নিম।'

সি নাও ঠিক-ঠাক কৰাত লাগি গ'ল। জগন্নাথইতে তাক সহায় কৰিলে।

বৈকুণ্ঠৰ লৰচৰ কৰাৰ শক্তি নাছিল। তাৰ তৰিখনত তং নাই। ধৰাধৰিকৈ তাক আন এখন নাৱত তোলা হ'ল। পাহিহঁতেও বাৰ বিচাৰিছিল। বাকীবোৰে যাব নালাগে বুলি বুজালে। বাতি আন্ধাৰ। লেম বুলিবলৈ আছে এটা। তাৰো চিমনীটো ভগা। বতাহ মাৰি আছে। কোন মুহূৰ্তত নুমায় ঠিক নাই। জোৰ কৰিবলৈও ওকাল খৰি এডাল নাই।

পাহিহঁতে চকুপানীৰে বুঢ়াক চিৰবিদায় দিলে। আটায়ে বুঢ়াৰ তৰিত পৰি হিয়া ধাকুৰি শেষ সেৱাটি জনালে।

বহু কষ্টৰ মূৰত আঁঠুবনীয়া পানীৰ মাজত বিজাৰ্তৰ বুঢ়া শিমলুৰ তলত চিতা সজা হ'ল। কেঁচা খৰিয়ে ধোঁৱাই থকা সত্ত্বেও দাবাগ্নিয়ে কনকান্তক ছাই কৰি দিলে। বৈকুণ্ঠই কেৱল দেউতাকৰৰ মুখত জুলি থকা বাঁহ এডাল জাপি দিয়াৰ বাহিৰে আন একো কৰিব নোৱাৰিলে। সি নাৱতে আঁঠুত মূৰ গুজি বহি থাকিল।

প্ৰেমোইতে বি.ডি.অ'ক লগ ধৰি হঠাৎ হোৱা বানপানীৰ তাণ্ডৱলীলাই সৃষ্টি কৰা দুৰ্যোগ আৰু নাৰকীয় দুৰ্দশাৰ কথা অৱগত কৰিছিল।

বি.ডি.অ'ই গহীনাই ক'লে, 'ৰ'বা। সমস্যাতো থাকিবই। পিছে মই কি কৰিম? চাউল আটাতো গছৰ ফল নহয় যে জোকাৰিলেই সৰি পৰিব? মই এছ.ডি.অ'ক কথাটো জনাম। এছ.ডি.অ'ই যদি ছাপ্লাই ডিপাৰ্টমেণ্টৰ চুপাৰিনডেণ্টলৈ লিখে, চাউল পাবা। কিন্তু কেতিয়ালৈ হৈ উঠে, মই এতিয়াই খাটাং একো ক'ব নোৱাৰিম।'

প্ৰেমোহঁত ঘূৰি আহিল।'

কাল-ৰাতি পাৰ হ'ল। অভুক্ত, উজাগৰে থকা অসংখ্য মানুহৰ তপত চকুলোৱে পৃথুবীৰ পাৰ সিক্ত কৰিলে। উদাৰ আকাশে কাৰো প্ৰাৰ্থনা শুনা নাই, কাৰো বিননিয়ে দয়াৰ সাগৰক চুব পৰা নাই।

পানী আগৰ সমানেই ওফন্দি আছে। ৰাতি পুৱাওঁ-নুপুৱাওঁতেই ভেলৌৰ ঘৈণীয়েক কাকিনীৰ প্ৰসৱ-যন্ত্ৰণা আৰম্ভ হ'ল। তাই গছৰ পাত সকৰাই চিঞৰিলে আৰু ধুতীৰে বেঢ়ি লোৱা আঁৰকণতে এটা মৃত সন্তান প্ৰসৱ কৰিলে।

কালি আবেলি দুই-এক খোৱা-বস্তু বিচাৰি নাও লৈ ঠায়ে ঠায়ে গৈছিল। ৰাতি পুৱালত পেটৰ ভোকত চিঞৰি থকা আপোন শিশুৰ লালকাল দিয়া মুখলৈ চাব নোৱাৰি বহুতেই নাও লৈ কিবা পোৱাৰ আশাত দিহিঙে-দিপাঙে ওলাই গৈছে।

সিধু জেঠাৰ ওচৰলৈ দুজনমান গৈছিল।

তেওঁৰ চোতালতহে পানী উঠিছে। ভেটি বুৰা নাই।

জেঠাই বিমুখ কৰিবলৈ বিচৰা নাছিল, লোহিতেহে কুকুৰৰ দৰে খেদি পঠিয়ালে।

লোহিত এক সুবৰ্ণ সুযোগৰ অপেক্ষাত আছিল। সি এই সুযোগ হাতৰ মুঠিৰপৰা পিছলি যাবলৈ নিদিলে।

সি জানিছিলেই — মথাউৰি নিছিগি নোৱাৰে।

একআঁঠু পানী হোৱা মাত্ৰেই সি নাও এৰি দিলে।

কোনেও নোপোৱাৰ আগতে সি উলুপীৰ ঘৰ পাৰ লাগিব। সি সৰ্বশক্তিৰে তীব্ৰবেগত বঠা মাৰিলে।

কোনো এই বিপদৰ বাবে প্ৰস্তুত নাছিল।

পাঁচ মিনিটৰ ভিতৰত একুকু পানীয়ে ঘৰ বুৰাই পেলোৱাত চাঙৰ ওপৰত উঠি উলুপীয়ে শাক্সাক সাৱট মাৰি ধৰি চিঞৰি আছিল। সেই চিঞৰ শুনাৰ সময় তেতিয়া কাৰো নাই। প্ৰত্যেকেই নিৰাপদ স্থানলৈ নিজ নিজ মানুহক কঢ়িওৱাত ব্যস্ত।

উলুপীয়ে পানীত নামিব নোৱাৰিলে। ইতালৰ পিছত সিতাল সাপ উটি আহিছে। যি কোনো মুহূৰ্ত্তত খোঁটাৰ সম্ভাৱনা।

তেনেতে যাবীৰ মাজেদি লোহিতে নাও লৈ সোমাইছিল।

দেউতাক ব্ৰহ্মপুত্ৰাতে যাথাসলৈ গুলাই গৈছে। বাঁচি থকাৰ আশাত উলুপী আৰু শাৰদাই চিৰদিনে যিণ কৰি অহা সত্ত্বেও লোহিতৰ নাৱত উঠিছিল। তাৰ পিছৰ কথা আৰু উলুপীৰ মনত নাই।

লাহীদল আৰু শাকতল মিলি সাতজন পানীত উটি গ'ল। তাৰ ভিতৰত শাৰদাও এজনী (?)।

উলুপীৰ অচেতন দেহটো থিজাৰ্ডৰ ওচৰৰ ওখ ডাই-হাঁকলু এটাৰ কাষত বিলিফৰ খাদ্য যোগান ধৰিবলৈ অহা ছাত্ৰ-ছাত্ৰীৰ দল এটাই আবিষ্কাৰ কৰি চৌমাৰা কেম্পত স্বেচ্ছাসেৱকৰ হাতত গটাই দিছিল। চৌমাৰা কেম্পত দুশ মানুহে আশ্ৰয় লৈছে। প্ৰাথমিক চিকিৎসাৰ পিছত উলুপীৰ চেতনা আহিছে। বৰ দুৰ্বল। কথা ক'ব নোৱাৰে।

লাহীদলৰ আৰু কেৰাজনৰো সন্ধান নাই। পানীত অচিনাকী মৰাশ উটি আহিছে। গৰু-ছাগলীৰ মৃতদেহেই বেছি। গেলা-পঁচা শৱদেহবোৰে পূতিগন্ধময় নৰকৰ সৃষ্টি কৰিছে। বতাহ বিষাক্ত হৈ গৈছে। উশাহ ল'লে বমি আহে।

চৰকাৰী সাহায্য আহি পোৱাৰ আগতে বহু কেইটা ছাত্ৰানুষ্ঠানৰ প্ৰতিনিধিবৰ্গই বিলিফৰ খাদ্য দুৰ্গতসকলৰ মাজত বিতৰণ কৰিছে। বহু কেইদিন খাবলৈ নাপাই শুদা পেটে থকা অসংখ্য মানুহে দাতব্য চাউল-দাইল-আলু আৰু শুকান জলকীয়াৰে তৈয়াৰ কৰা খিচিৰি গোগ্ৰাসে গিলি পেটৰ ভুখা নিবাৰণ কৰিলে; কিন্তু তাৰ ফলত হোৱা ভেদ-বমিয়ে কেইবাটাও শিশুক চিৰকাললৈ গুৰাই দিলে।

জৰাবো বমি বমি তাৰ হৈছিল। সৌভাগ্যবশতঃ একো অঘটন ঘটিবলৈ নাপালে।

বৈকুণ্ঠৰ অশৌচীয়া গা। নিয়মমতে সি দিনত উপবাসে কৰি তেৰ দিনলৈ হবিষান্ন গ্ৰহণ কৰিব লাগে। কিন্তু এনে পৰিস্থিতিত তাৰ পক্ষে তেনে কৰাটো সম্ভৱপৰ নহ'ল।

পানী শুকোৱা পাঁচ দিনলৈকে সি সাহায্য শিবিৰতে থাকিল।

পাহিয়ে উলুপীক এক মুহূৰ্তৰ বাবেও এৰি থাকিব পৰা নাই। তাইৰ শৰীৰ অত্যন্ত অসুস্থ আৰু দুৰ্বল। মাজে মাজে প্ৰলাপো বকিছে। সাৰ পালেই তাই কেৱল পাহিক শাৰদাৰ কথা সুধিছে। হৰিচৰণৰো কোনো খবৰ নাই।

উলুপীয়ে বিশ্বাস কৰিব পৰা নাই শাৰদা পানীত ডুবি মৰিছে বুলি। লোহিতে দেখোন একেলগে দুয়োকে নাৱত তুলিছিল।

পাঁচ দিনৰ পিছত ধ্বংসস্তূপৰ ওপৰত ভৰি দিছিল লাহীদলৰ দুৰ্গত মানুহে। প্ৰত্যেকেই নিজৰ নিজৰ ঘৰ চোতালত ভৰি দি ভগ্নাৱশেষৰ নিকৰুণতম পটভূমিত থিয় দি হিয়া ধুনিছিল।

খোৰাই খোৰাই ডিম্বেহঁতৰ পিছে পিছে অহা বৈকুণ্ঠই তাৰ চোতালত থিয় দি প্ৰেমো, জগন্নাথহঁতৰ দলটোক কৈছিল, 'আমি আকৌ বাঁচি থকাৰ পথ বিচাৰি ল'ব লাগিব। কালিলৈ আহিবিহঁক বিজাৰ্ডলৈ। তাৰ ধান পকিছে। আধা পানীৰ তলত থাকিলেও আধাখিনিতো আমি পাম।'

সমৰ্থন জনাই সকলোৱে নিজ নিজ কামত ওলাই গৈছিল। কৰ্তব্যৰ আহ্বানঃ ভগ্নস্তূপৰ অৱশেষ গোটাই তাৰে সিহঁতে আকৌ ঘৰ বান্ধিব।

জলতিয়ে সিধু জেঠাক বৈকুণ্ঠহঁতৰ আঁচনিৰ সবিশেষ জনাইছিল। সিধুই লোহিতক। লোহিতে কামাখ্যাক। কামাখ্যাই আৰক্ষী চকীক।

এটা নতুন সূৰ্য উঠি আহিছিল। সেই সূৰ্যকৰোজ্জ্বল প্ৰভাতত এক আঁঠু বোকা-পানীত দুকুৰি দি পঞ্চাশজন মানুহে পঞ্চাশখন কাঁচি দীঘেলী বিজাৰ্ডৰ বুকুত তুলি ধৰিলে। চিকমিকনিত ভাস্বৰ হৈ উঠিল মানুহৰ সংগ্ৰামী ভাৱনা।

হঠাৎ বাজ-আলিত দুখন পুলিচ-ভান সশব্দে আহি থমকি ৰ'ল।

পুলিচ দেখি আৰ্ত-চিংকাৰ কৰি মানুহবোৰে হেঁচেলি-ভেচেলি হৈ পলাবলৈ ধৰিলে।

নগলাল বৈকুণ্ঠ।

হাতত দৃঢ় মুঠিৰে কাঁচিখন ধৰি সি থিয় হৈ থাকিল। উপৰ্যুপৰি লাঠীৰ কোবত থিয়ে থাকিব নোৱাৰি এটা সময়ত সি সূৰ্যৰ ফালে মুখ কৰি পৰি গ'ল।

দুটা পুলিচে তাৰ অচেতন ৰক্তাক্ত দেহটো চোঁচোৰাই চোঁচোৰাই টানি নি ভানত তুলিলে।

**Flood Situation Still Grave**

**By a Staff Reporter**

**Gauhati, July 27 – The overall flood situation in Assam remained grave today while the mighty Brahmaputra and its major tributaries, specially the Pagladia, were still flowing above the danger level in most of the places.....**

বাতৰি কাকতখনৰ এঠাইত আনন্দৰ চকু পৰিল :

**Death toll mounts to 15**

**Gauhati, July 27 – At least fifteen persons have been swept away by high floods in Lower Assam -- five in Darrang**

**district and ten in Nalbari Sub-division in Kamrup district, according to the latest reports reaching here today. The worst affected areas of Nalbari subdivision include Lahidal, Shaktal, Kathiatola and many other adjacent villages.**

থহমহাই সি চকীখনৰপৰা উঠি বহিল।

তৃণা দুৱাৰখনত বৈ আছে। হাতত ভাঁজ খোলা টেলিগ্ৰাম।

বাৰটো সোমবাৰ। আকাশ ডাৱৰীয়া। আবেলিয়ে হেলনীয়া সূৰ্যৰ কিৰণেৰে মণি গুঁঠিছে।

'কি হ'ল? এইদৰে উঠিলা যে?' সুধিয়েই তৃণা তাৰ বিচনাত বহিল। তৃণাৰ আজিকালি আৰু কোনো সংকোচ নাই।

আনন্দই বন্যাৰ কবলত পৰা তাৰ গাঁৱৰ সম্ভাব্য চিত্ৰ এখন তৃণাক ব্যাখ্যা কৰিলে। সাক্ষী হিচাপে খবৰৰ কাগজখন কাষত পৰি আছে।

'তোমাৰ আত্মপৰীক্ষাৰ এয়ে প্ৰশস্ত সময়, আনন্দ,' অবিমিশ্ৰ নিৰ্দেশেৰে তৃণাই ক'লে, 'এই সুযোগ তুমি হেৰুৱাব নোৱাৰা। ইমান দিন যি শিকিলা, যি আহৰণ কৰিলা, তাক প্ৰয়োগ কৰি চোৱাৰ এয়ে সোণালী সুযোগ। পিছতো তুমি এম. এ. টো পাছ কৰিব পাৰিবা।'

আনন্দই তৃণাৰ ফালে চাই থাকি অনুভৱ কৰিলে তৃণাৰ কথাত কোনো ছলনা নাই।

'অঁ। তোমাৰ এখন টেলিগ্ৰাম আছে। তোমাক ঘৰলৈ মাতিছে।' তৃণাই তালৈ টেলিগ্ৰামখন আগবঢ়াই দিলে। তৃণা তাৰ পিছফালে থিয় হ'ল। লাহে লাহে তাই তাৰ শিৰত আঙুলিৰ মৃদু স্পৰ্শ দি ক'লে, 'যোৱা আনন্দ। মই তোমক যাবলৈ কৈছোঁ। কেবল বৈকুণ্ঠকাইতৰ বাবেই নহয়, লাহীদলৰ প্ৰতিজন দলিত মানুহৰ বাবে তোমাৰ এই যাত্ৰা অনিবাৰ্য।'

তৃণাৰ চকুৰপৰা সৰি পৰা টোপ টোপ চকুলো চুলিৰ মাজেৰে সৰকি আহি কোলাত আঁজলি পাতি বৈ থকা হাতত পৰিল।

সি সেইখিনি চকুপানী মোহাৰি ল'লে।

আনন্দ বহাৰ পৰা থিয় হ'ল। অতি ওচৰৰ পৰা সি তৃণাক হেঁপাহ পলুৱাই চাই লবলৈ বিচাৰিলে। তৃণাই অতি সন্তৰ্পণে তাৰ বাওঁসিত মূৰ থৈ ক'লে, 'তোমাৰ

পৰাতো দূৰে দূৰে থকাটো সম্ভৱপৰ নহয়। নিজকে আৰু কিমান ভুলাম? মতো লাহীদললৈ যাম। হাউচ চাৰ্জনৰ পিৰিয়ড শেষ হ'বলৈ মোৰ আৰু এটা বছৰ আছে। লাহীদলত মই এখন হাস্পতাল খুলিম। সেইডাৰ মাটি নাপালে তুমি মোৰ ... থকা ঠাই যোগাৰ কৰি দিব নোৱাৰিবানে?'

আনন্দই কোনো দিনে অনুভৱ নকৰা এক অদ্ভুত প্ৰত্যয় অনুভৱ কৰিলে।

'মই তোমাৰ বাবে বাট চাই থাকিম, তৃণা।'

'মই তোমাৰ পথলৈ চাই থাকিম আনন্দ। উলুপীয়ে তোমাক স্বামী হিচাপে পাব, বৈকুণ্ঠকাইত পথ প্ৰদৰ্শক হিচাপে। মই তোমাক সহযাত্ৰী হিচাপে পাব বিচাৰোঁ। বৰ ভাল লাগিব, নহয়নে আনন্দ?'

পিছদিনা ষ্টেচনত আনন্দক বিদায় দিবলৈ তৃণা আহিছিল। তাই আনন্দত সক ছোৱালীৰ দৰে কেৱল কিৰিলি পাৰিছে। নিজৰ ভৱিষ্যত পৰিকল্পনাৰ কথাকে আনন্দক ব্যস্ত কৰি ৰাখিছে।

আৰু গাড়ী প্লেটফৰ্ম এৰি যোৱাৰ পিছতো তাই বতা কমালখন জোকাৰি আছে।

আনন্দই তাৰ হাতখন।

আনন্দ আহি আছে। আহি থাকক।

এদিন তৃণাও লাহীদললৈ আহিব। তৃণাৰ বহু পৰিকল্পনা আছে। তাইকথানা খুলিব; দুখীয়া ৰাইজক সাধ্যমতে সেৱা শুশ্ৰূষা কৰিব। তাইৰ পৰিকল্পনা সফল হ'ক।

উলুপীয়ে এই বিশ্বাস ৰাখিছে— লোহিতে তাইৰ সমস্ত সঞ্চিত কৌমাৰ্যৰ অপমান কৰিলেও তাইৰ আনন্দই তাইক অৱহেলা নকৰে। অ' আৰু এটা কথা — উলুপী এতিয়া পাহিৰ লগত থাকে। সেইতাকৰো যে কোনো খবৰ নোপাল।

ভাবিছে নেকি পাহি ভাত্তি পৰিছে বুলি?

নাই পৰা। এয়া চাওক— তাই ধান দাৱি আছে। বিজাৰ্তৰ ধান ডিবেইতেই কাটি সন্মানে তপালে।

বৈকুণ্ঠ জামিনত মুক্ত হৈ উভতি আহিছে। সি তাৰ ভাগত সাত মোন ধান পাইছে।

মানুহৰ কণ্ঠকতো চিৰকাল বোধ কৰি ৰাখিব পৰা নাযায়। ৰাতিয়া, কিনন্দ, প্ৰেমো, ভগীৰথহঁতে বুজি পাইছে, বুজিবলৈ চেষ্টা কৰিছে— সিহঁতৰ শ্ৰম আৰু উৎপাদনৰ লগত সিধু জেঠাহঁতৰ পুঁজিৰ সম্পৰ্ক কি, সিহঁতৰ প্ৰাপ্য কি, বঞ্চিত দলিত শোষিত জীৱনৰ মৰ্মবেদনাৰ উৎস ক'ত। বুজি পাইছে— কমলেশ্বৰ কিয় আৰু কেনেকৈ শেষ হৈ গ'ল। বৈকুণ্ঠৰ সংগঠনৰ উদ্দেশ্য এতিয়া সিহঁতৰ নখদৰ্পণত। সিহঁত এক হৈ আগবাঢ়িব বিচাৰিছে। মাটি সিহঁতৰ। মাটিৰ লগত সিহঁতৰহে সম্পৰ্ক গভীৰ। নিজৰ কাপুৰুষালি বুজি, লজ্জিত হৈ আৰু পিছত ভুল সংশোধন কৰি বৈকুণ্ঠক হাজোতৰপৰা মুক্ত কৰি আনি সিহঁতে তাৰ পিছত শাৰী পাতিছে–একলগে জীৱনক নতুনকৈ গঢ়াৰ চেষ্টাত।

মানুহৰ সংগ্ৰাম চলি আহিছে। চলি থাকিব। মানুহ অমৃতৰ সন্তান। মানুহে যুঁজি যুঁজি মৰিব জানে।

কেতিয়াবা সময় পালে আকৌ বৈকুণ্ঠ, পাহি, আনন্দ উলুপী-তৃণা, ৰাতিয়া ডিম্বেহঁতৰ কথা শুনাম। আজিলৈ আহোঁ। মোৰ নমস্কাৰ ল'ব। শ্ৰদ্ধাৰে—

আপোনালোকৰ
ভূপেন শৰ্মা